ভাৰতৰত্ন

# লাল বাহাদুৰ শাস্ত্ৰী

বিমল নাথ



উল্লাশ প্ৰকাশ

কলিকতা-৭



প্ৰকাশক :
খনীন্দ্ৰ চন্দ্ৰ নাথ
উমেশ প্ৰকাশ
১৯এ, বালক দত্ত লেন
কলিকতা-৭

প্ৰথম প্ৰকাশ :
১১ জানুৱাৰী, ১৯৬৭ চন
দ্বিতীয় প্ৰকাশ :
১৯ ডিচেম্বৰ, ১৯৬৮ চন

ছপা :
লাল মোহন দত্ত
উমা প্ৰেচ
২, পাৰ্চী বাগান লেন
কলিকতা-৯

বেচ : ছুটকা মাখোল

উচৰ্গা

শাস্ত্ৰীজীৰ প্ৰথম বাৰ্ষিক তিৰোভাৱ সোঁৱৰণত



এই লিখকৰ অন্যান্য পুথি :

- পাপ আৰু পৰাচিত্ত
- প্ৰিয় বন্ধু
- প্ৰেম আৰু ভয়
- পগলা ফাটক
- মৰণ-যাত্ৰীৰ জীৱন-লিপি
- প্ৰণয় তৃষ্ণা
- ডেভিড কপাৰফিল্ড
- হৰ্ষৰ্ণৱ শ্ৰেষ্ঠ গল্প
- প্ৰিয় বান্ধৱী
- মহাভাৰতৰ সাধু

# ভাৰতৰত্ন
# লালবাহাদুৰ শাস্ত্ৰী



## ইয়াত আছে

| অধ্যায় | | পৃষ্ঠা |
|---|---|---|
| চকুৰ পচাৰতে শাস্ত্ৰীজীৰ জীৱন-আলেখ্য | | ( ওপৰঞ্চি ) |

## চকুব পচাবত্তে শাস্ত্ৰীজীৰ জীৱন আলেখ্য :

জন্ম—১৯০৪ চন, ২ অক্টোবৰ। বাৰাণসী জিলাত।

শিক্ষা—হৰিশ্চন্দ্ৰ উচ্চবিদ্যালয় আৰু কাশী বিদ্যাপীঠত।

১৯২১ চনত অসহযোগ আন্দোলনত যোগদান আৰু কাৰাবৰণ।

১৯৩০ চনত 'লোণ আন্দোলন'ত সত্যাগ্ৰহী হয় আৰু আঢ়ৈ বছৰৰ বাবে কাৰাবৰণ।

১৯৩৫-৩৮ চনলৈকে উত্তৰ প্ৰদেশ কংগ্ৰেচ কমিটিৰ সাধাৰণ সম্পাদক।

১৯৩৭ চনত উত্তৰ প্ৰদেশ আইন সভাত সদস্য নিৰ্ব্বাচিত।

১৯৪০ চনত ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনত যোগদান আৰু কাৰাবৰণ।

১৯৪২ চনত 'ভাৰত ত্যাগ কৰা' আন্দোলনত যোগ দি কাৰাবৰণ।

১৯৪৬ চনত আইন সভাত পুনৰ্নিৰ্ব্বাচিত আৰু উত্তৰ প্ৰদেশ মুখ্য-মন্ত্ৰীৰ পাৰ্লামেণ্টাৰী পাৰ্টিৰ সম্পাদক।

১৯৪৭ চনত উত্তৰ প্ৰদেশৰ পুলিচ আৰু পৰিবহন মন্ত্ৰী।

১৯৫১ চনত উত্তৰ প্ৰদেশৰ মন্ত্ৰিত্ব ত্যাগ, নিখিল ভাৰত কংগ্ৰেচ কমিটিৰ সাধাৰণ সম্পাদকৰ পদ গ্ৰহণ।

১৯৫২ চনত উত্তৰ প্ৰদেশৰপৰা ভাৰতৰ ৰাজ্যসভাৰ সাধাৰণ সভ্য নিৰ্ব্বাচিত, কেন্দ্ৰীয় ৰেল আৰু পৰিবহন মন্ত্ৰীৰ পদ গ্ৰহণ।

১৯৫৬ চনত ৰেল দুৰ্ঘটনাৰ দায়িত্ব নিজৰ মূৰত লৈ পদত্যাগ।

১৯৫৭ চনত দ্বিতীয় সাধাৰণ নিৰ্ব্বাচনত লোকসভাৰ সদস্য নিৰ্ব্বাচিত আৰু কেন্দ্ৰীয় পৰিবহন আৰু যোগাযোগ মন্ত্ৰীৰ পদ গ্ৰহণ।

১৯৬১ চনত কেন্দ্ৰীয় চৰকাৰত স্বৰাষ্ট্ৰমন্ত্ৰী নিযুক্ত।

১৯৬১ চনত কাছাৰ দৌত্য।

১৯৬১ চনত কেৰল দৌত্য।

১৯৬৩ চনত নেপাল দৌত্য।

১৯৬৩ চনত কামৰাজ পৰিকল্পনাত মন্ত্ৰিত্ব ত্যাগ।

১৯৬৪ চনত পুনৰায় কেন্দ্ৰীয় মন্ত্ৰীসভাত বিভাগ-বিহীন মন্ত্ৰীৰ পদ গ্ৰহণ।

১৯৬৪ চনত কাশ্মীৰ দৌত্য।

১৯৬৪ চনত জৱাহৰলাল নেহৰুৰ মৃত্যুৰ পিছত তেওঁৰ ঠাইত সংসদত কংগ্ৰেচৰ নতুন নেতা নিৰ্ব্বাচিত।

১৯৬৪ চনত কায়ৰোত নিৰপেক্ষ সন্মিলনত যোগদান।

১৯৬৫ চনত বিভিন্ন প্ৰয়োজনত ৰুচিয়া, যুগোশ্লোভিয়া, ইংলণ্ড, কানাডা, ব্ৰহ্মদেশ পৰিভ্ৰমণ।

১৯৬৫ চনত লণ্ডনত পাক-প্ৰেচিডেণ্ট আয়ুব খাঁৰ লগত কচ্ছ-চুক্তিত স্বাক্ষৰ।

১৯৬৫ চনত পাক-ভাৰত যুদ্ধত নেতৃত্ব গ্ৰহণ।

১৯৬৬ চনত শান্তিৰ সন্ধানত তাচখন্দ যাত্ৰা। তাত ১০ জানুৱাৰীত আয়ুব খাঁৰ লগত যুক্ত ঘোষণাত স্বাক্ষৰ দান।

১৯৬৬ চনত ১০ জানুৱাৰীত 'তাচখন্দ ঘোষণা'ত স্বাক্ষৰ দানৰ কেই-ঘণ্টামানৰ পিছত ৰাতি ১-৩২ মিনিটত আকস্মিকভাৱে মহাপ্ৰয়াণ।

---

# আমাৰ জন্মভূমি ভাৰতবৰ্ষ

'জননী জন্মভূমিশ্চ স্বৰ্গাদপী গৰিয়সী' অৰ্থাৎ জন্মদাতৃ জননী আৰু জন্মভূমি স্বৰ্গতকৈও শ্ৰেষ্ঠ। এইকাকি মহামূল্য কথা অতি পুৰণি আৰু আমাৰ এই ভাৰতভূমিতেই ইয়াৰ জন্ম হয়।

আমাৰ এই ভাৰতবৰ্ষ অতি প্ৰাচীন দেশ। অতীজত ইয়াৰ নাম আছিল 'জম্বুদ্বীপ'। পুৰাণৰ মতে ই পৃথিৱীৰ সাত খণ্ডৰ এক খণ্ড; ইয়াত সুমেৰু পৰ্ব্বত আৰু তাত থকা জম্বু বা জামু গছ আছিল, গতিকেই ইয়াৰ নাম জম্বুদ্বীপ হয়। পিছৰ কালত মহাভাৰতত বৰ্ণিত শকুন্তলাৰ পুত্ৰ বিখ্যাত ভৰত ৰজাৰ নাম অনুসৰি এই দেশৰ নাম ভাৰতবৰ্ষ হয়।

বুৰঞ্জীয়ে ঢুকি নোপোৱা কালতেই ভাৰতবৰ্ষত শিক্ষা-সভ্যতা, সাহিত্য-কলা, শিল্প-ভাস্কৰ্য্যৰ বিকাশ হয়। ৰামায়ণ-মহাভাৰত, গীতা উপনীষদ, বেদ-বেদান্ত, হৰপ্পা-মহেঞ্জোদাৰো, অজন্তা-ইলোৰা আদিয়েই ইয়াৰ জলন্ত প্ৰমাণ। ভাৰতৰ শিক্ষা-সভ্যতাই সেই কালত গোটেই পৃথিৱীকে পোহৰ বিলাইছিল।

সুজলা সুফলা, শস্য শ্যামলা ভাৰতভূমি ধন-সোণ, মণি-মুকুতা আদিৰে ভৰপূৰ আছিল। এইবোৰ কাৰণতে অতি পুৰণি কালৰেপৰা পৃথিৱীৰ বিভিন্ন অংশৰ মানুহ দলে দলে ভাৰতত প্ৰবেশ কৰে আৰু ইয়াতেই নিগাজীকৈ বাস কৰিবলৈ লয়। আকৌ যুগে যুগে বহুত পৰৰাজ্যলোভী সাম্ৰাজ্যবাদীৰ দলে সাম্ৰাজ্য বিস্তাৰৰ অৰ্থে ভাৰতবৰ্ষ আক্ৰমণ কৰে; এই দেশ অধিকাৰ কৰি ভাৰতক পদানত কৰি ৰখাৰ অশেষ চেষ্টাও কৰে। কিন্তু সেই

সকলোৰে সকলো চেষ্টা বিফল হয়—ভাৰতক দীৰ্ঘ দিন পদানত কৰি ৰখাৰ পৰিৱৰ্ত্তে তেওঁলোকেই ভাৰতভূমিত ভাৰতবাসীৰ লগত বিলীন হৈ যাবলৈ বাধ্য হয়। সেয়ে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে গাইছে—

"ইয়াতে আৰ্য্য, ইয়াতে অনাৰ্য্য, ইয়াতে দ্ৰাবিড়-চীন—
শক-হুন-দল পাঠান মোগল একে দেহতে হ'ল লীন।"

পৰৱৰ্ত্তীকালত এই সকলো জাতিৰ সংমিশ্ৰণ আৰু সমন্বয়ত ভাৰতবৰ্ষত সৃষ্টি হ'ল এক সবল 'মহাজাতি', গঢ়ি উঠিল এক প্ৰবল 'ভাৰতীয় সংস্কৃতি'।

যুগে যুগে ভাৰতভূমিত বহু মনীষী, বহু বীৰ-মহাপুৰুষৰ জন্ম হৈছে। তেওঁলোকৰ বহুতে মাতৃ আৰু মাতৃভূমিৰ সন্মান ৰক্ষাৰ্থে জীৱন আহুতি দিছে—বুৰঞ্জীৰ পাতে পাতে তাৰ বহু উদাহৰণ আজিও জিলিকি আছে।

পুৰণি ভাৰতত সৰ্ব্বশেষ আক্ৰমণকাৰী আৰু সাম্ৰাজ্যবিস্তাৰকাৰী হ'ল বৃটিচ। নানা ছল-চাতুৰীৰ দ্বাৰা বৃটিচে ভাৰতবৰ্ষ অধিকাৰ কৰি লয়, আৰু ইয়াতে শাসন-শোষণ আৰু ভাৰতবাসীৰ ওপৰত নিষ্ঠুৰ উৎপীড়ন চলাবলৈ আৰম্ভ কৰে।

শৃঙ্খলবদ্ধ ভাৰতমাতৃক শৃঙ্খলমুক্ত কৰিবৰ কাৰণে বহুত বীৰ সুসন্তানৰ জন্ম হয়; আবিৰ্ভাৱ হয় জাতিৰ জনক মহাত্মা গান্ধীৰ। তেওঁৰ নেতৃত্বত ভাৰতত আৰম্ভ হয় স্বাধীনতাৰ মহা-আন্দোলন—মুক্তি-যুদ্ধ। সমগ্ৰ দেশ 'বন্দে মাতৰম্' ধ্বনিত মুখৰিত হৈ উঠে, দলে দলে দেশ-প্ৰেমিক বীৰ জঁপিয়াই পৰে এই মুক্তি-যুদ্ধত। দেশ-জননীৰ স্বাধীনতাৰ হকে অসংখ্য ভাৰত-সন্তানে অকাতৰে জীৱন আহুতি দিয়ে।

অৱশেষত এদিন ভাৰতমাতৃ শৃঙ্খলমুক্ত হ'ল। বাধ্য হৈ বৃটিচ

চৰকাৰে স্বইচ্ছাই ভাৰত ত্যাগ কৰি সাত-সাগৰৰ সিপাৰলৈ গুচি গ'ল। ভাৰতবৰ্ষ স্বাধীন হ'ল।

কিন্তু কুচক্ৰী বৃটিচে ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰি ভাই ভাইৰ মাজত শত্ৰুতাৰ বীজ ৰোপণ কৰি গ'ল। যাৰ ফলত জাতিৰ জনক মহাত্মা গান্ধীয়ে প্ৰাণ হেৰুৱালে।

মহাত্মা গান্ধীৰ প্ৰিয় শিষ্য জননায়ক জৱাহৰলাল নেহৰু স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী হ'ল। ভাৰত সমৃদ্ধিৰ পথত বৃহৎ জগতৰ লগত খোজ মিলাই আগবাঢ়ি যাবলৈ ধৰিলে। শ্ৰীনেহৰুৰ প্ৰচণ্ড ব্যক্তিত্বৰ গুণে ভাৰতে জগৎ-সভাত গৌৰৱময় আসন লাভ কৰিলে।

তাৰপিছত হঠাতে এদিন ভাৰতবাসীক কন্দুৱাই, বিশ্বত শোকৰ ছাঁ পেলাই জৱাহৰলাল অনন্ত-শয্যাত নিদ্ৰা গ'ল।

ভাৰতত, ভাৰতবাসীৰ সম্মুখত দেখা দিলে এক বিৰাট সমস্যা—জৱাহৰলালৰ উত্তৰাধিকাৰী কোন ?—যি পৃথিৱীৰ সৰ্ব্ববৃহৎ গণতন্ত্ৰ, বিশাল আৰু সমস্যাবহুল ভাৰতৰাষ্ট্ৰ পৰিচালনাৰ গুৰু-দায়িত্ব গ্ৰহণ কৰিব পাৰে ?

বহুত চিন্তা-বিবেচনাৰ পিছত সৰ্ব্বসম্মতিক্ৰমে নেতা নিৰ্ব্বাচিত হ'ল এগৰাকী চুটি-চাপৰ, সাধাৰণবিধৰ অতি অমায়িক অথচ নিৰ্ভীক মানুহ—লালবাহাদুৰ শাস্ত্ৰী। প্ৰথম অৱস্থাত প্ৰায় সকলোৱে সন্দেহ কৰিছিল—এই নিৰীহ প্ৰকৃতিৰ মানুহজনে পাৰিবনে এই গুৰু-দায়িত্ব পালন কৰিব ? কিন্তু পাৰে নে নোৱাৰে সময়ত তেওঁ গোটেই বিশ্বৰ আগত সেই কথা প্ৰমাণ কৰি গৈছে।

সাধাৰণ পৰিয়ালৰ অতি দুখীয়া এটি ল'ৰাই কেনেকৈ নিজৰ অধ্যৱসায়ৰ বলত দোপত দোপে উঠি আহি সৰ্ব্বোচ্চ আসনত অধিষ্ঠিত হৈছিল—সি যেন এক সাধুকথাৰহে কাহিনী !

## জন্ম আৰু বংশ-পৰিচয়

'দুই অক্টোবৰ' ভাৰতবাসীৰ কাৰণে এটি পৱিত্ৰ তাৰিখ।

এই দিনটোতে জাতিৰ জনক মহাত্মা গান্ধী জন্মগ্ৰহণ কৰিছিল। আকৌ ঠিক সেই একেটা দিনতেই ভাৰত-মাতৃৰ আন এগৰাকী সুসন্তান লালবাহাদুৰ শাস্ত্ৰীৰ জন্ম হয়। মহাত্মা গান্ধীৰ জন্ম ইং ১৮৬৯ চনৰ ২ অক্টোবৰত। আৰু লালবাহাদুৰৰ জন্ম ১৯০৪ চনৰ ২ অক্টোবৰত।

উত্তৰ প্ৰদেশৰ বাৰাণসী জিলাৰ এখন গাৱঁত, মোগলচৰাই ৰেলৱে কলোনীত শ্ৰীসাৰদাপ্ৰসাদ শ্ৰীবাস্তৱ নামেৰে এজন নিচেই দুখীয়া স্কুল-মাষ্টৰ বাস কৰিছিল। তেওঁৰ ঘৈণীয়েকৰ নাম শ্ৰীমতী ৰামদুলাৰী দেৱী। দুজনা জীয়েকেৰে সৈতে কোনোমতে পেটে-ভাতে, দুখে-কষ্টে তেওঁলোকৰ সংসাৰ চলিছিল। এনেতে তেওঁলোকৰ এটি পুত্ৰসন্তান জন্ম হ'ল। দুখীয়াৰ ঘৰৰ প্ৰথম পুতেক, ফুট্‌ফুটীয়া ৰঙা ল'ৰাটি, দেউতাকে নাম ৰাখিলে লালবাহাদুৰ। মাকে মৰমতে অকণমানি পুতেকক নান্‌হে বুলি মাতিবলৈ ল'লে। (হিন্দী 'নান্‌হ্' শব্দৰ অৰ্থ নিচেই সৰু)।

সাৰদাপ্ৰসাদ গাওঁৰে এখন পঢ়াশালিৰ এজন সাধাৰণ শিক্ষক আছিল। পিছত তেওঁ শিক্ষকতা এৰি চৰকাৰী কামত সোমায়। কিন্তু তাৰ ফলতো তেওঁলোকৰ অৱস্থাৰ বিশেষ উন্নতি নহয়। তথাপি তেওঁলোক সুখী। টকা-পইচা নাথাকিলেও এতিয়া তেওঁলোকৰ সাত ৰজাৰ ধন নান্‌হে আছে। পুতেকৰ মুখলৈ চাই তেওঁলোকে সকলো দুখ-কষ্ট পাহৰিলে। পুতেকক লৈ দুয়ো মাক-বাপেকে নানা ভৱিষ্যৎ পৰিকল্পনা কৰিলে। ৰামদুলাৰী দেৱীয়ে তাকৰীয়া উপাৰ্জ্জনৰ পইচাৰে টাপ্‌টিপ্‌কৈ সংসাৰ চলাই

পুতেকক ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। মনত তেওঁৰ কত কল্পনা, ভৱিষ্যৎ আশাৰ কত যে স্বপ্ন!

কিন্তু 'মানুহে পাঙে, ঈশ্বৰে ভাঙে!' ঈশ্বৰৰ ইচ্ছা অন্যৰূপ। নান্‌হেৰ যেতিয়া ডেৰ বছৰ বয়স, তেতিয়া হঠাতে এদিন দেউতাক সাৰদাপ্ৰসাদৰ অকাল মৃত্যু ঘটিল। ৰামদুলাৰী দেৱী অথাই-সাগৰত পৰিল, দুখীয়াৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল।

খবৰ পাই লালবাহাদুৰৰ ককাদেউতাক অৰ্থাৎ ৰামদুলাৰী দেৱীৰ দেউতাক আহিল আৰু এই নিঠৰুৱা পৰিয়ালটোক ৰাম-নগৰত তেওঁৰ নিজৰ ঘৰলৈ লৈ গ'ল। কিন্তু ককাদেউতাকৰ অৱস্থাও বৰ ভাল নাছিল। গতিকে লালবাহাদুৰ মোমায়েকহঁতৰ ঘৰত দুখ-কষ্টৰ মাজেৰেই ডাঙৰ-দীঘল হবলৈ ধৰিলে।

## ল'ৰাকাল আৰু ছাত্ৰ-জীৱন

নিচেই সৰুকালৰেপৰা লালবাহাদুৰৰ পঢ়াশুনাৰ প্ৰতি বৰ ধাউতি আছিল। সেয়ে কিছুদিন ঘৰতে পঢ়ুৱাই তেওঁক বাৰাণসীৰ হৰিশ্চন্দ্ৰ বিদ্যালয়ত ভৰ্ত্তি কৰি দিয়া হ'ল।

ল'ৰাকালৰপৰাই লালবাহাদুৰ অনুভূতি-প্ৰৱণ আছিল। সেই সময়ৰ এটা ঘটনা। তেতিয়া তেওঁৰ বয়স ছয়-সাত বছৰ হব। এদিন এদল ল'ৰা এজন ভদ্ৰলোকৰ বাগানত সোমাইছে গছৰ ফল মনে মনে পাৰি খাবৰ কাৰণে। সেই ল'ৰাৰ দলত লালবাহাদুৰো আছে। ল'ৰাবোৰে যেতিয়া গছত উঠি ফল পাৰিবলৈ আৰম্ভ কৰিছে তেতিয়া লালবাহাদুৰক এটা জোপোহাৰ ওচৰত থিয় হৈ এজোপা ফুলগছৰ কাষে চাই থকা দেখা গ'ল।

ফলৰ প্ৰতি তেওঁৰ লোভ নাই, তেওঁক তেতিয়া আকৰ্ষণ কৰিছে ফুলি থকা এটি ধুনীয়া ফুলে।

ইমান ধুনীয়া ফুলটো! আনিব নেকি তেওঁ ফুলটো ছিঙি? মনে মনে তেওঁ এই কথা ভাবিছে, এনেতে হুৰ্মুৰ্, ধুপ্দাপ্ শব্দ শুনিবলৈ পালে। ঘূৰি চাই দেখিলে, ক'ৰবাৰপৰা বাগানৰ মালীজনে হাতত লাঠী লৈ খেদি আহিছে, আৰু ল'ৰাবোৰে জঁপিয়াই জঁপিয়াই গছৰপৰা নামি দৌৰি পলাব ধৰিছে। তাকে দেখি তেৱোঁ পলাবলৈ চেষ্টা কৰিলে, কিন্তু তেনেতে মালীজনে আহি তেওঁক আগভেটা দি ধৰিলে। আটাইবোৰ ল'ৰা পলাল, কিন্তু সৰল-চিতীয়া নান্হে মালীৰ হাতত ধৰা পৰিল। আন কাকো ধৰিব নোৱাৰি মালীয়ে তেওঁক পাই তেওঁকেই গালে-মুখে কেইটামান চৰ শোধাই দিলে।

মাৰ খাই নান্হেৰ চকু-মুখ ৰঙা পৰি উঠিল, চকুলোৰে দুচকু উপচি পৰিল। সেই অৱস্থাতে তেওঁ মালীক ক'লে, "মোক কেলৈ মিছাতে মৰিয়াইছা, মই কিবা তোমাৰ ফল চুৰ কৰিছোঁ নেকি?"

মালীয়ে ধম্কি দি ক'লে, "তেনেহলেনো তই ইয়াত থিয় দি কি কৰিছ?"

"মই—মই মাথোন সৌ ফুলটোহে চাই আছিলোঁ।"

নান্হেৰ কথা কোৱাৰ ধৰণ দেখি মালীৰ খং মাৰ গ'ল, বোধকৰোঁ অলপ মৰমো উপজিল। সি কোমল সুৰত সুধিলে, "তই কাৰ ঘৰৰ ল'ৰা অ'! তোৰ দেউতাৰৰ নাম কি?"

"মোৰ দেউতা নাই। মোৰ যেতিয়া ডেৰ বছৰ বয়স তেতিয়াই দেউতা ঢুকাইছে।"

"তোৰ আৰু কোন আছে?"

"আই আৰু ককাদেউতা।"

"কি কৰে তেওঁলোকে? তইঁতৰ সংসাৰ চলে কেনেকৈ?"

নান্‌হেই এই কথাৰ কোনো উত্তৰ দিব নোৱাৰে। তেওঁৰ চল্‌চলীয়া চকুৰপৰা দুই গালৰ ওপৰেদি চকুলো বাগৰি আহে। তলমূৰ কৰি তেওঁ মনে মনে থিয় দি থাকে।

মালীৰ আৰু বুজিবলৈ বাকী নাথাকিল। নান্‌হেৰ ফটা-ছিটা পিন্ধা কাপোৰ-কানি দেখিয়েই সি একপ্ৰকাৰ অনুমান কৰিছিল যে ই কোনোবা নিচেই দুখীয়া ঘৰৰ ল'ৰা। সি বুজিলে নান্‌হে পিতৃহীন, দুখুনী বিধৱা মাকে তেওঁৰ বাপেকৰ ঘৰত আশ্ৰয় লৈ কোনোমতে পুতেকক ডাঙৰ-দীঘল কৰিছে।

মালীয়ে এইবাৰ মিচিকিয়াই হাঁহি লাহেকৈ নান্‌হেৰ এখন হাতত ধৰিলে। তাৰপিছত ক'লে, "হায় বেচেৰা! কেলৈ কান্দিছ, নেকান্দিবি। মই সকলো বুজিছোঁ, তই আৰু কব নেলাগে। পিছে তোক এটা কথা কওঁ, শুন। তোৰ যেতিয়া এই অৱস্থা তই আৰু সেই দুষ্ট ল'ৰাবোৰৰ লগ নহবি। এতিয়াৰপৰা খুব ভালভাৱে থাকিবি, বুজিছ? দুখীয়া হৈ জন্মিছ, সেই কাৰণেই তই আৰু ভাল হৈ থাকিব লাগিব। ভাল হৈ থাকিব পাৰিলে, তেহে জীৱনত ভাল কাম কৰিব পাৰিবি।"

মালীৰ কথাকেইষাৰে ছবছবীয়া ল'ৰা নান্‌হেৰ মনত দ সাঁচ বহুৱালে। ডাঙৰ হৈও সেই মালীৰ কথা পাহৰা নাই নান্‌হে ওৰফে লালবাহাদুৰে। পাহৰিব কেনেকৈ? কাৰণ, সেই মালীয়েইতো তেওঁক ভৱিষ্যৎ জীৱনৰ বাট নিৰ্দ্দেশ কৰিছিল।

ঘৰলৈ উভতি আহিবৰ সময়ত বাৰে বাৰে যেন সেই মালীৰ কথাবোৰ গুণ্ গুণ্‌কৈ তেওঁৰ কাণত বাজিছিল—'দুখীয়া হৈ জন্মিছ, সেই কাৰণেই তই আৰু ভাল হৈ থাকিব লাগিব। ভাল হৈ থাকিব পাৰিলে, তেহে জীৱনত ভাল কাম কৰিব পাৰিবি।'

এৰা, জীৱনত আৰু তেওঁ কেতিয়াও বেয়া কাম কৰা নাই। যি কৰিছে, সকলো ভাল কামেই কৰিছে।

দুখীয়াৰ ঘৰৰ ল'ৰাই দুখ ভোগ কৰিব লাগে, লিখা-পঢ়া শিকি মানুহ হবলৈ অশেষ কষ্ট স্বীকাৰ কৰিব লাগে এই কথা লালবাহাদুৰে তেওঁৰ ল'ৰা-বয়সতেই উপলব্ধি কৰিছিল। সেয়ে খোৱা-পিন্ধাৰ অভাৱ-অনাটনক আৰু শিক্ষালাভৰ বাবে কষ্টক তেওঁ হেলাৰঙে বৰণ কৰি লৈছিল। দুখে-কষ্টে মাকে যি খাবলৈ দিছিল, তাকেই সন্তুষ্ট মনে তেওঁ খাই উঠিছিল। এযোৰ মাত্ৰ পিন্ধা কাপোৰ, মলি হ'লে তাকেই ধুই-মেলি পিন্ধি স্কুললৈ গৈছিল। হৰিশ্চন্দ্ৰ বিদ্যালয় তেওঁলোকৰ ঘৰৰপৰা আঠ মাইল দূৰৈত আছিল। এই আঠ মাইল বাট খোজকাঢ়ি তেওঁ নিতৌ স্কুললৈ গৈছিল আৰু ছুটীৰ পিছত আঠ মাইল বাট খোজকাঢ়ি ঘৰলৈ উভতি আহিছিল। মাজবাটত আকৌ গঙ্গা নৈ পাৰ হৈ যাব লাগে। নৈ পাৰ হবলৈ পাৰ-নাও আছিল যদিও নাৱেৰে পাৰ হবলৈ লালবাহাদুৰৰ হাতত কোনোদিনেই পইচা নাথাকিছিল। গতিকে তেওঁ সাঁতুৰি নৈ পাৰ হবলগীয়া হৈছিল। কিতাপ-বহী যাতে তিতি নাযায়, তাৰ কাৰণে তেওঁ সাঁতুৰি নৈ পাৰ হবৰ সময়ত সেইবোৰ মূৰত বান্ধি লৈছিল।

ইমান দুখ-কষ্ট কৰিবলগীয়া হোৱা বাবে লালবাহাদুৰৰ মনত কিন্তু অলপো দুখ নাছিল। আচলতে শিক্ষালাভৰ প্ৰতি তেওঁৰ ইমান বেছি স্পৃহা আছিল যে কোনো প্ৰকাৰ দুখ-কষ্টকে তেওঁ দুখ-কষ্ট বুলি নাভাবিছিল।

ছাত্ৰ-জীৱন প্ৰসঙ্গত পৰৱৰ্ত্তীকালত শাস্ত্ৰীজীয়ে এদিন কাশীৰ এখন সভাত কৈছিল'—সেই সময়ত মাত্ৰ আঢ়ৈ টকাত মই গোটেই মাহ চলিবলগীয়া হৈছিল। থকা-খোৱা, কাপোৰ-কানি সকলো সেই আঢ়ৈ টকাৰ ভিতৰতেই। কিন্তু যিমানেই কি কষ্ট নহওক,

সেই লৈ মোৰ মনত যে কিবা অভিযোগ আছিল, তেনে কথা মোৰ আজিও মনত নপৰে।'

স্কুলৰ পঢ়াশুনাতো কিন্তু লালবাহাদুৰ বৰ চোকা আছিল। প্ৰতি বছৰে তেওঁ পৰীক্ষাত প্ৰথম হৈছিল। সেই কাৰণে তেওঁক শিক্ষকসকলেও বৰ মৰম কৰিছিল।

এবাৰ বছেৰেকীয়া পৰীক্ষা ওচৰ চাপি আহিছে—আৰু মাত্ৰ কেইদিনমানহে বাকী। এনেতে দেখা গ'ল লালবাহাদুৰ স্কুলত অনুপস্থিত। লগালগিকৈ দুই-তিনি দিন তেওঁ স্কুললৈ অহা নাই।

এইভাৱেতো লালবাহাদুৰে স্বল ক্ষতি নকৰে? শিক্ষকৰ মনত সন্দেহ হ'ল। ছুটীৰ পিছত কেইজনমান ছাত্ৰক লগত লৈ শিক্ষক ডাঙৰীয়া লালবাহাদুৰৰ মোমায়েকৰ ঘৰলৈ গ'লগৈ।

লালবাহাদুৰৰ মাক ৰামদুলাৰী দেৱী ঘৰতে আছিল। সকলো কথা শুনি তেওঁ আচৰিত হ'ল। তেওঁ ক'লে, "লালবাহাদুৰচোন নিতৌ খাই-বৈ উঠি ওলাই যায়, উভতি আহে গধূলি। স্কুললৈ যদি নেযায়, তেনেহলে সি যায় ক'লৈ?"

সঁচাকৈয়ে, লালবাহাদুৰনো তেনেহলে যায় ক'লৈ? শিক্ষক ডাঙৰীয়াই সম্ভেদ লৈ জানিব পাৰিলে লালবাহাদুৰ তেওঁৰ এজন সহপাঠীৰ ঘৰত আছে। সেই সহপাঠীজনৰ বৰ টান নৰিয়া।

শিক্ষক ডাঙৰীয়া সেই ল'ৰাজনৰ ঘৰলৈকে গ'লগৈ। তাত গৈ তেওঁ লালবাহাদুৰে সহপাঠীজনক শুশ্ৰূষা কৰি থকা দেখিবলৈ পালে। লালবাহাদুৰে লাজ পাই শিক্ষকৰ ওচৰত ক্ষমা খুজিলে।

শিক্ষক ডাঙৰীয়াই ক'লে, "ক্ষমা খুজিব লগা কোনো দোষ তুমি কৰা নাই। মই তোমাক আশীৰ্ব্বাদ কৰিছোঁ, এনেকুৱা সদ্‌গুণ যেন তোমাৰ দিনক দিনে বাঢ়ি গৈ থাকে।" এইবুলি শিক্ষক ডাঙৰীয়া ল'ৰাবিলাকক লৈ গুচি গ'ল। সহপাঠীবিলাকে লালবাহাদুৰৰ এক

নতুন মহান ৰূপ দেখিবলৈ পালে। সিহঁত মুগ্ধ হ'ল। লিখা-পঢ়াত ভাল কাৰণে যিবিলাকে লালবাহাদুৰক মনে মনে হিংসা কৰিছিল, সিহঁতেও ইয়াৰ পিছত তেওঁক ভাল পাবলৈ ধৰিলে।

ল'ৰাকালৰপৰাই লালবাহাদুৰৰ ভিতৰত জাগি উঠিছিল এটা পৰোপকাৰী আৰু মৰমিয়াল মন। নানাভাৱে সৰু সৰু কামৰ মাজেদি সি প্ৰকাশ পাইছিল।

দুখীয়া বিধৱাৰ ল'ৰা হৈও লালবাহাদুৰ সৰুৰেপৰা বৰ নিৰ্ভীক আছিল, আৰু তেওঁৰ আত্মসন্মানবোধো আছিল বৰ প্ৰবল। বিপদৰ সন্মুখীন হৈও তেওঁ কেতিয়াও নিজৰ ওপৰত আস্থা নেহেৰুৱাইছিল। সকলো সময়তে তেওঁ চেষ্টা কৰিছিল কিভাৱে আত্মসন্মান ৰক্ষা কৰি সেই বিপদৰ হাতৰপৰা মুক্তিলাভ কৰিব পৰা যায়।

তেওঁৰ ল'ৰাকালৰ আন এটি ঘটনা। লালবাহাদুৰ তেতিয়া কাশীত থাকে, স্কুলত পঢ়ে। গঙ্গাৰ সিপাৰে সেই বছৰ কিবা এখন মেলা বহিছে। স্কুলৰ ছাত্ৰ-বন্ধুসকলৰ লগত লালবাহাদুৰো সেই মেলা চাবলৈ সিপাৰে গৈছে। গোটেই দিন ইফালে-সিফালে ঘূৰি ফুৰি হৈ-চৈ কৰি গধূলিপৰত ল'ৰাবিলাক গঙ্গাৰ পাৰ-ঘাটলৈ আহিল, এইবাৰ সিহঁতে ঘৰলৈ উভতি আহিব লাগিব। এজন এজনকৈ আটাইবিলাক ল'ৰা পাৰ-নাৱত উঠিলগৈ। লালবাহাদুৰৰ কিন্তু উভতি যোৱাৰ আগ্ৰহ দেখা নগ'ল, তেওঁ নৈৰ পাৰতে এনেয়ে থিয় দি আছে।

তাকে দেখি এজন লগৰীয়াই কৈ উঠিল, "কি হ'ল অ', আহ নাৱত উঠহি, ঘৰলৈ নেযাৱ নেকি ?"

"ওহোঁ, তহঁত যাগৈ। মই আৰু অলপ চাই, পিছত উভতিম।"

লগৰীয়াবিলাকে তেতিয়া তেওঁক জোৰ কৰিলে, "আহ না ভাই,

আৰুনো কি চাবলগীয়া আছে ? আমিতো সকলোবোৰ চালোৱেই, ব'ল এতিয়া একেলগে ঘৰলৈ উভতি যাওঁ।"

"নাই, নহয়, তইঁত যাগৈ, মই পিছৰ খেৱাত গৈছোঁ।"

ল'ৰাবিলাকে তেতিয়া লালবাহাদুৰক এৰি থৈয়ে সিপাৰলৈ গুচি গ'ল।

গধূলি হৈ আহিছে। লালবাহাদুৰ তেতিয়াও গঙ্গাৰ পাৰত অকলে বহি আছে। মেলা চোৱা সকলো মানুহ ঘৰা-ঘৰি উভতি যাব ধৰিছে—ইপাৰৰবিলাকে খোজকাঢ়ি, সিপাৰৰবিলাক নাৱেৰে। অলপ আগতে বেলি মাৰ গৈছে, লাহে লাহে আন্ধাৰ হৈ আহিছে। লালবাহাদুৰ তেতিয়াও নৈৰ পাৰতে মনে মনে বহিয়ে আছে।

আচল কথা হ'ল, নৈ পাৰ হবলৈ তেওঁৰ লগত খেৱাৰ পইচা নাই। যিখিনি পইচা আছিল, সেই আটাইখিনিয়ে শেষ হৈ গৈছে আহিবৰ সময়ত নাৱৰ ভাৰা দিওঁতে আৰু দিনত কিবাকিবি কিনি খাওঁতেই। এতিয়া জেপ একেবাৰেই শূন্য।

ইচ্ছা কৰা হ'লে, বন্ধুবিলাকৰ লগতেই তেওঁ উভতি যাব পাৰিলেহেতেন। কিন্তু, তেতিয়া তেওঁ নিৰ্ভৰ কৰিবলগীয়া হ'লহেতেন লোকৰ দয়াৰ ওপৰত। হয় বন্ধু লগৰীয়াবিলাকৰ কোনোবা এজনে নাৱৰ ভাৰাটো দিলেহেতেন, নাইবা তেওঁ সিহঁতৰ কাৰোবাৰ ওচৰত ধাৰলৈ হাত পাতিব লাগিলহেতেন।

কিন্তু লালবাহাদুৰে সেই শিক্ষা পোৱা নাই। তেওঁ সেই বয়সতেই জানে, লোকৰ ওচৰত হাত পতাৰ নিচিনা লাজৰ কথা আৰু একো নাই। সেই অভ্যাসত আত্মসম্মান অটুট নাথাকে, ক্ৰমশঃ পৰনিৰ্ভৰশীল হৈ পৰিব লগা হয়। লালবাহাদুৰে সেই ল'ৰা-বয়সতেই বুজিব শিকিছিল যে, পৰনিৰ্ভৰশীলতাৰ নিচিনা গ্লানি আৰু মানুহৰ জীৱনত একো নাই।

তেওঁ ভাবিলে উপায় এটা যেতিয়া আছেই, তেতিয়া আৰু ভয় কৰিবলগীয়া কিটো আছে! এবা তেওঁ সাঁতুৰিয়েই গঙ্গানৈ পাৰ হ'ব। ইয়াৰ আগেয়েওতো তেওঁ কিমানবাৰ সাঁতুৰি গঙ্গানৈ পাৰ হৈছে। তেনেহলে কিয় তেওঁ বন্ধুবিলাকৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰি ঘৰলৈ উভতিব? তেওঁ দুখীয়াৰ ল'ৰা হব পাৰে, কিন্তু আত্মসন্মানবোধ নোহোৱা নহয়। তেওঁৰ দাৰিদ্ৰ্যক লৈ কোনোবাই যদি বিদ্ৰূপ কৰে তেনেহলে সেই আঘাত তেওঁ কোনোমতেই সহ্য কৰিব নোৱাৰিব। তাতকৈ ৰাতিৰ আন্ধাৰৰ মাজেৰে, মানুহে নেদেখাকৈ, সাঁতুৰিয়েই নৈ পাৰ হোৱা যাওক।

যি পাৰ-ঘাটটোৰপৰা নাওবোৰ এৰিছিল, সেই ঘাট এৰি তেওঁ অলপ দূৰ আগবাঢ়ি গ'ল। তাত বৰ বেছি মানুহ-দুনুহ নাই। কামিজটো খুলি তেওঁ কঁকালত ভালদৰে বান্ধি ল'লে। তাৰপিছত গা ধোৱাৰ ভাও ধৰি তেওঁ পানীত নামি দিলে এটা ডুব। পানীৰ তলে তলে ডুব মাৰি মাৰিয়ে কিছুদূৰ গ'ল। ঘূৰি চাই দেখিলে পিছত কোনো নাই। এইবাৰ তেওঁ নিশ্চিন্ত। তেতিয়া লাহে লাহে সাঁতুৰি পাৰ হৈ আহিল কাশীৰ সেই গঙ্গানৈ। যথাসময়ত তেওঁ ঘৰ গৈ ওলাল।

দেখাত কঁটীয়া হ'লেও ল'ৰাকালৰেপৰা লালবাহাদুৰ খুব সাহসী আছিল। এবাৰ স্কুলৰ কেইজনমান ল'ৰাৰ সৈতে তেওঁ জিলা অফিচলৈ গ'ল। তাত জিলা-চাহাবৰ লগত দেখা কৰিব। তেওঁলোকে শুনিছিল মেধাবী ছাত্ৰসকলক পঢ়াশুনাৰ কাৰণে চৰকাৰী সাহায্য দিয়া হয়।

কিন্তু অফিচত গৈ তেওঁলোক বিপদত পৰিল। দুৱাৰমুখতে চৰকাৰী পোছাক পিন্ধা শকত-আৱত চাপৰাচী এজন বহি থকা দেখি তেওঁলোকে ভিতৰত সোমাবলৈ সাহস নকৰিলে। সকলোৰে

মুখত হতাশাৰ ভাব ফুটি উঠিল। এজন ছাত্ৰই ক'লে, "ব'ল, উভতি যাওঁ। লগত ডাঙৰ মানুহ নাথাকিলে চাহাবৰ লগত দেখা কৰিব পাৰি জানো ?"

তেতিয়া লালবাহাদুৰে ক'লে, "তহঁত থিয় হ, মই যাওঁ।" এই বুলি তেওঁ আগবাঢ়ি গৈ চাপৰাচীজনৰ সন্মুখত থিয় হৈ ক'লে, "আমি চাহাবৰ লগত দেখা কৰিব খোজোঁ।"

চাপৰাচীজনে ক'লে, "এক আদমী যাইয়ে।"

লগে লগে লালবাহাদুৰ ভিতৰলৈ সোমাই গ'ল। লাজকুৰীয়া গহীন এই কঁঠীয়া ল'ৰাটিৰ সাহস দেখি সকলোৱে আচৰিত হ'ল।

লালবাহাদুৰ গৈ একেবাৰে চাহাবৰ সন্মুখত থিয় হ'ল। তেওঁক যথাৰীতি সন্মানো দেখুৱালে।

চাহাবে সুধিলে, "কি লাগে তোমাক ?"

লালবাহাদুৰে তওঁলোকৰ আগমনৰ উদ্দেশ্য সকলো খুলি ক'লে।

কথা শুনি চাহাবে অলপ হাঁহিলে। ক'লে, "ওহোঁ, তোমালোকে সেইটো ভুল খবৰ শুনিছা। বাৰু যিহওক, তোমালোক যেতিয়া আহিছা, ইয়াৰ মই এটা ব্যৱস্থা কৰিম।"

বাহিৰলৈ আহি তেওঁ সকলো কথা লগৰীয়া ছাত্ৰবোৰক ক'লত সিহঁতে আনন্দত উচ্ছ্বসিত হৈ একেলগে কৈ উঠিল—"চাবাইচ। তই সঁচাকৈয়ে বাহাদুৰ।"

সহপাঠী বন্ধুবিলাকে মনে মনে অভিনন্দন জনালে সিহঁতৰ এই তৰুণ নেতাক। সিহঁতৰ এই তৰুণ নেতাই যে এদিন গোটেই দেশৰ নেতা হৈ উঠিব—এই কথা জানো তেতিয়া সিহঁতে ভাবিব পাৰিছিল ? হয়তো ভাবিব পৰা নাছিল ! কিন্তু নিৰহঙ্কাৰ অমায়িক অথচ নিৰ্ভীক এই কঁঠীয়া ল'ৰাটিৰ মাজত যি কৰ্ম্মনিষ্ঠা আৰু পৰোপকাৰবৃত্তিৰ স্ফুৰণ হৈছিল তাক দেখি সেইকালৰ ছাত্ৰসমাজ মুগ্ধ হৈছিল।

যেতিয়াই কোনো সমস্যা দেখা দিছিল, তেতিয়াই সিহঁতে দৌৰি গৈছিল লালবাহাদুৰৰ ওচৰলৈ তাৰ সমাধানৰ কাৰণে।

লালবাহাদুৰৰ কাৰ্য্যকলাপে ছাত্ৰবিলাকৰ মনত প্ৰেৰণাৰ সঞ্চাৰ কৰিছিল।

## দেশ-সেৱাৰ দীক্ষা

ভাৰত-মাতৃক হাতে-ভৰিয়ে লোৰ শিকলিৰে বান্ধি বন্দিনী কৰি ৰখা হৈছে। ভাৰতবাসীৰ বুকুৰ ওপৰত প্ৰকাণ্ড শিল অলৰ-অচৰ হৈ বহি আছে। সেই শিকলি ছিঙি ভাৰত মাতৃক মুক্ত কৰিব লাগিব। সেই শিল আঁতৰাই পেলাব লাগিব, ভাঙি টুকুৰা-টুকুৰ কৰিব লাগিব। ভাৰতবাসী হব লাগিব স্বাধীন।

স্বাধীনতাৰ মহামন্ত্ৰেৰে মহাত্মা গান্ধীয়ে আহ্বান জনাইছে সকলোকে—"আহা, তোমালোক আগবাঢ়ি আহা!"

চহৰে চহৰে, গাৱেঁ গাৱেঁ, মানুহৰ ঘৰে ঘৰে, প্ৰতিজন মানুহৰ অন্তৰত গান্ধীজীৰ সেই আহ্বানধ্বনি প্ৰতিধ্বনিত হ'ল। স্কুল-কলেজৰ চৌহদৰ ভিতৰতো সেই আহ্বানধ্বনি প্ৰবেশ কৰিলে।

১৯২১ চন। গান্ধীজীৰ আহ্বানত গোটেই দেশতে জ্বলি উঠিছে স্বদেশী আন্দোলনৰ জুই। লালবাহাদুৰ তেতিয়া সোতৰ বছৰীয়া চঞ্চল ডেকা, হৰিশ্চন্দ্ৰ উচ্চবিদ্যালয়ৰ ছাত্ৰ। জ্ঞান-তপস্বী। কিন্তু তেওঁৰ মনো নাচি উঠিল নঙঠা ফকীৰৰ সেই আকুল আহ্বানত।

স্বদেশী আন্দোলনৰ লগতে বিদেশী বস্ত্ৰ বৰ্জ্জন আন্দোলনো তেতিয়া গোটেই দেশব্যাপী আৰম্ভ হৈ গৈছে। লালবাহাদুৰ হাত-সাবটি বহি থাকিব নোৱাৰিলে। তেৰোঁ আগুৱাই আহিল। ছাত্ৰ-বিলাকৰ মাজত গ্ৰহণ কৰিলে এক উল্লেখযোগ্য অংশ।

দেশৰ এই চাঞ্চল্যকৰ-পৰিস্থিতিৰ মাজেদিয়েই লালবাহাদুৰে বিদ্যালয়ৰ শিক্ষা শেষ কৰিলে। সেই শিক্ষা হয়তো আৰু আগবাঢ়ি যাব পাৰিলেহেতেন যদি স্বদেশী আন্দোলনৰ ঢৌৱে তেওঁৰ মনক এইভাৱে নচুৱাই নুতুলিলেহেতেন। সেয়ে উচ্চ-পৰ্য্যায়ৰ শিক্ষা গ্ৰহণ কৰা তেতিয়া তেওঁৰ ভাগ্যত নঘটিল। ইয়াৰ আন এটা কাৰণ আছিল দাৰিদ্ৰ্য। তদুপৰি ছাত্ৰ অৱস্থাতেই অসহযোগ আন্দোলনৰ যি বীজ তেওঁৰ মনত ৰোপণ হৈছিল সি লাহে লাহে বৰগছৰ আকাৰত প্ৰকাশ পাবলৈ ধৰিলে। ১৯২১ চনত তেওঁ জঁপিয়াই পৰিল স্বদেশী আন্দোলনত।

'যদি তোৰ আহ্বানত নিদিয়ে কোনোৱে সঁহাৰি,
তেনেহলে বল তই অকলেই আগবাঢ়ি।'

মহাত্মা গান্ধীয়ে এই নীতিকেই অনুসৰণ কৰি আগবাঢ়ি গৈ আছিল। লালবাহাদুৰেও সেই নীতিকেই অনুসৰণ কৰি নিঃশব্দে আগবাঢ়ি যাবলৈ ধৰিলে। তেওঁ স্বাৰ্থৰ কথা ভবা নাই, আশা কৰা নাই কোনো সম্পদ-সুখ্যাতি। মাথোন আগ-পাছ নুগুণি আগবাঢ়ি গৈ থাকিল। তেওঁৰ লগত আৰু কোনোবা আহিছে নে নাই, সেই কথা লালবাহাদুৰে এটিবাৰলৈও নাভাবিলে। মাত্ৰ তেওঁ নিজে আগুৱাই যাবলৈ ধৰিলে নিৰ্ভয়ে।

কিন্তু তেতিয়া স্বদেশৰ কামত আগুৱাই যোৱাৰ অৰ্থই হ'ল দুখ-কষ্টক আঁকোৱালি লোৱা, নিৰ্য্যাতন বৰণ কৰা। লালবাহাদুৰো তাৰ হাত সাৰিব নোৱাৰিলে। তেওঁৰ কাৰাবৰণ কৰিবলগীয়া হ'ল—দেশ জননীৰ সেৱাৰ প্ৰথম পুৰস্কাৰ।

তাৰ কাৰণে লালবাহাদুৰৰ মনত কোনো দুখ নাছিল। জাতিৰ জনক মহাত্মা-গান্ধীও তেতিয়া কাৰাগাৰত। কাৰাগাৰৰ চাৰি-দেৱালৰ ভিতৰত তেতিয়া ভাৰতৰ অসংখ্য মানুহ। সেয়ে লালবাহাদুৰৰ

মনত দুখৰ সলনি আছিল গৌৰৱ। কাৰণ দেশৰ মানুহৰ সুখ-দুখৰ তেওঁো কিছু পৰিমাণে অংশীদাৰ হব পাৰিছে।

কাৰাগাৰত কিছুদিন কটোৱাৰ পিছত লালবাহাদুৰে মুক্তি পালে। তাৰপিছত তেওঁ আকৌ পঢ়িবলৈ আৰম্ভ কৰিলে কাশী বিদ্যাপাঠত। মহাত্মা গান্ধীৰ সহযোগিতাত আৰু আদৰ্শত এই বিদ্যালয়টো প্ৰতিষ্ঠা হৈছিল।

কাশী বিদ্যাপীঠত অধ্যয়ন সমাপ্ত কৰি লালবাহাদুৰ স্নাতক হ'ল। তেওঁ লাভ কৰিলে 'শাস্ত্ৰী' উপাধি। ইমান দিন তেওঁ লালবাহাদুৰ শ্ৰীবাসৱ নামে পৰিচিত আছিল। এইবাৰ হ'ল তেওঁ লালবাহাদুৰ শাস্ত্ৰী, আৰু ভৱিষ্যতে এই নামেৰেই তেওঁ সুপৰিচিত হৈ পৰে।

## নিৰ্ভীক কৰ্ম্মী আৰু কৰ্ম্মময় জীৱন

আন্দোলনৰ যুগ। গান্ধীজীৰ নেতৃত্বত গোটেই দেশজুৰি স্বাধীনতাৰ আন্দোলন পূৰ্ণমাত্ৰায় চলিছে। 'বন্দে মাতৰম্' ধ্বনিত সমগ্ৰ ভাৰতৰ আকাশ-বতাহ মুখৰিত হৈ উঠিছে। ল'ৰা-বুঢ়া, ডেকা-গাভৰু, কৃষক-বনুৱা-ছাত্ৰ সকলো স্বাধীনতাৰ আন্দোলনত মতলীয়া। ঠায়ে ঠায়ে সভা-সমিতি, সত্যাগ্ৰহ-শোভাযাত্ৰা, আন্দোলন-কাৰাবৰণ চলিছে।

বাৰাণসীৰ ময়দাগিন অঞ্চলত সিদিনা খুব হৈ-চৈ। আবেলি তাত এখন জনসভা হব। সেই সভাত বৃটিচৰ দমন নীতিৰ বিৰুদ্ধে প্ৰতিবাদ কৰা হব। ভাষণ দিব মহাত্মা গান্ধী, পণ্ডিত মদন মোহন মালব্য আৰু অন্যান্য কেবাগৰাকী বিখ্যাত দেশনেতাই।

বাৰাণসীৰ জনসাধাৰণ আকুল হৈ উঠিছে এইসকল দেশনেতাৰ

বক্তৃতা শুনিবৰ কাৰণে। ইমানবিলাক মনীষী আৰু মহাপুৰুষক একেলগে দেখিবলৈ পাব—ইও জানো কম ভাগ্যৰ কথা।

কিন্তু ইপিনে পুলিচ খুব সতৰ্ক। সভা পণ্ড কৰি দিবলৈ সিহঁত দৃঢ়-প্ৰতিজ্ঞ। সভাত যাতে মানুহ গোট খাব নোৱাৰে তাৰ কাৰণে দলে দলে পুলিচে বাট আগচি-থিয় দি থাকিল।

একমাত্ৰ জলপথৰ বাহিৰে যাতায়াতৰ সকলো বাটেই বন্ধ হৈ গ'ল। জলপথেৰে কিছু মানুহ আহি সভাত উপস্থিত হ'ল আৰু কেইগৰাকীমান নেতাও আহি উপস্থিত হ'ল। কিন্তু সিও বেছি সময়ৰ কাৰণে নহয়। নাও আদিৰ ওপৰতো এইবাৰ পুলিচে কাৰা নজৰ দিবলৈ আৰম্ভ কৰিলে। ফলত মানুহবিলাকৰ আশা-আকাঙ্ক্ষা ভঙ্গ হৈ গ'ল। নিৰাশ হৈ সকলোৱে ঘৰা-ঘৰি উভতি যাবলৈ ধৰিলে।

কিন্তু উভতি নগ'ল এজন। তেওঁ হ'ল লালবাহাদুৰ।

হঠাৎ দেখা গ'ল গঙ্গাৰ বুকুৰেদি কোনোবা এজনে সাঁতুৰি নৈ পাৰ হব ধৰিছে। ইপাৰে আহি ডেকাজন পাৰত উঠিল। তিতা কাপোৰ-কানিৰেই তেওঁ সভা অভিমুখে দৌৰিবলৈ ধৰিলে।

সভাত মানুহ নিচেই তাকৰ। পুলিচৰ বাধা আৰু ভয়ত মানুহ গোট খাব পৰা নাই। তথাপি তাকৰীয়া মানুহেৰেই সভাৰ কাম আৰম্ভ কৰা হ'ল।

সাঁতুৰি নৈ পাৰ হৈ যিজন আহিছিল তেওঁ আন কোনো নহয়—লালবাহাদুৰ। তিতা কাপোৰেৰেই তেওঁ সভাত যোগ দিলে।

কিন্তু পুলিচে সভাৰ কাম আগবাঢ়িবলৈ নিদিলে। সভা ভাঙি দিলে। সকলোকে সিহঁতে ধৰি থানালৈ লৈ গ'ল। লালবাহাদুৰো গ্ৰেপ্তাৰ হ'ল।

অৱশেষত কিছুসময়ৰ পিছতেই সকলোৱে মুক্তি পালে। পুলিচে সকলোকে সতৰ্ক কৰি দিলে। 'কোনোৱে সভা-সমিতি নাপাতিবা।

কোনোৱে স্বদেশী কামত যোগ নিদিবা। সকলোৱে শান্ত-শিষ্টৰ দৰে ঘৰতে বহি থাকিবা।' এয়ে হ'ল ডেকাসকলৰ প্ৰতি পুলিচৰ উপদেশ আৰু সতৰ্কবাণী।

শান্ত-শিষ্টৰ দৰেই লালবাহাদুৰ থানাৰপৰা গুচি আহিল। কিন্তু সিমানেই···

নৈৰ বুকুত উদ্দাম তৰঙ্গ উঠিলে তাক কোনেও বাধা দিও ৰাখিব নোৱাৰে। লালবাহাদুৰৰ মনত উৎসাহ—কামত উদ্দীপনা। যৌৱনৰ উচ্ছল উদ্যমক লালবাহাদুৰে নানাবিধ কামৰ মাজত বিলাই দিলে।

লালা লাজপত ৰায়ে প্ৰতিষ্ঠা কৰা 'চাৰ্ভেণ্টচ্ অব দি পিপল্ চোচাইটি' এটা সেৱামূলক প্ৰতিষ্ঠান। লালবাহাদুৰে সেই প্ৰতিষ্ঠানৰ কাম-কাজৰ লগত নিজক সাঙুৰি ল'লে। ১৯২৬ চনৰপৰা তেওঁ তাৰ আজীৱন সদস্য হ'ল।

ইয়াৰ পিছত লালবাহাদুৰে কাম-কাজৰ সুবিধাৰ কাৰণে এলাহাবাদত আহি বাস কৰিবলৈ ল'লে। থাকিল এটা ভাৰা-ঘৰত।

লাহে লাহে তেওঁ কংগ্ৰেচৰ এজন সক্ৰিয় সদস্য হৈ উঠিল। এলাহাবাদৰ কংগ্ৰেচী-মহলত বিশেষভাৱে পৰিচিত হৈ পৰিল।

এই সময়তে এটি বিস্ময়কৰ ঘটনা ঘটিল। ঘটনাটোৰ মাজত সাহস আৰু কিশোৰ-সুলভ চপলতাৰ পৰিচয় পোৱা যায়।

১৯৩২ চন। লালবাহাদুৰ তেতিয়া আঠাইশ বছৰীয়া ডেকা। এদিন এলাহাবাদৰ কংগ্ৰেচ-কৰ্ম্মীসকলে স্থিৰ কৰিলে, চহৰৰ 'ক্লক টাৱাৰ'ত তেওঁলোকে জাতীয় পতাকা উত্তোলন কৰিব।

কিন্তু তাত জাতীয় পতাকা উত্তোলন কৰা নিষিদ্ধ। একমাত্ৰ বৃটিচ চৰকাৰৰ 'ইউনিয়ন জেক' হে উত্তোলন কৰিব পাৰি। গতিকে তাত জাতীয় পতাকা তুলিবলৈ গ'লেই পুলিচৰপৰা বাধা আহিব। তাত ওচৰে-পাঁজৰে সদায় পুলিচ পহৰা থাকেই। এই

অৱস্থাত তাত জাতীয় পতাকা উত্তোলন কৰাটো কম সাহসৰ কথা নহয়। তদুপৰি পুলিচে কেনেবাকৈ কংগ্ৰেচৰ সিদ্ধান্তৰ কথা ইতিমধ্যে গম পাইছে। ক্লক টাৱাৰৰ চাৰিওফালে আৰু বেছি কাৰা পহৰা বহি গৈছে। গতিকে এতিয়া কি উপায় হব? জাতীয় পতাকা তেনেহলে তাত কোনোমতেই উত্তোলন কৰিব পৰা নাযাব নেকি? কংগ্ৰেচী-মহলত জল্পনা-কল্পনা চলিবলৈ ধৰিলে।

এনে সময়তে দেখা গ'ল গৰুৰ গাড়ীত উঠি এগৰাকী সম্ভ্ৰান্ত মুছলমান মহিলা ক্লক টাৱাৰৰ ফালে যাব ধৰিছে। তেওঁৰ মূৰৰপৰা ভৰিলৈকে বোৰ্কাৰে ঢাক খোৱা। মহিলা দেখি পুলিচে কোনো বাধা নিদিলে।

মহিলাগৰাকীয়ে গৈ ক্লক টাৱাৰৰ থট্‌খটীৰে একেবাৰেই ওপৰলৈ উঠি গ'ল। তাৰপিছত বোৰ্কা খুলি পেলাই দি চিঞৰি উঠিল - 'বন্দে মাতৰম্।'

পুলিচ চঁক খাই উঠিল। জনতা আৰু পুলিচে আচৰিত হৈ দেখিলে—বোৰ্কাৰ ভিতৰৰপৰা যিজনে আত্মপ্ৰকাশ কৰিলে তেওঁ মহিলা নহয়, পুৰুষ—লালবাহাদুৰ। তেওঁ বোৰ্কাৰ ভিতৰত লুকাই লৈ গৈছিল এখন জাতীয় পতাকা। ক্লক টাৱাৰৰ শীৰ্ষত সেই পতাকা উত্তোলন কৰি তেওঁ হাঁহিমুখে আকৌ তললৈ নামি আহিল।

পুলিচে লালবাহাদুৰক গ্ৰেপ্তাৰ কৰিলে।

কিন্তু উদ্দেশ্য সাধন কৰিলে লালবাহাদুৰে। যেতিয়া যিটো কৰিম বুলি তেওঁ স্থিৰ কৰিছিল, তাক নকৰাকৈ ক্ষান্ত নহৈছিল।

ইয়াৰ পিছত লাহে লাহে লালবাহাদুৰে এলাহাবাদৰ নানাবিধ উন্নয়নমূলক কামৰ মাজত নিজক সাঙুৰি ল'লে।

১৯২৬ চনত 'চাৰ্ভেণ্টচ্ অব দি পিপ্‌ল্ চোচাইটি'ৰ আজীৱন

সদস্য হোৱাৰ পিছৰপৰাই তেওঁৰ ৰাজনৈতিক কৰ্ম্মপ্ৰচেষ্টাও বাঢ়ি গৈ থাকে। তেওঁ এলাহাবাদ পৌৰসভাৰ সদস্য নিৰ্ব্বাচিত হয়। সাত বছৰকাল তেওঁ এই সভাৰ সদস্য আছিল। তেওঁ এলাহাবাদ ইমপ্ৰুভ্‌মেণ্ট ট্ৰাষ্টৰো সদস্য আছিল চাৰি বছৰ।

১৯৩০ চনত লালবাহাদুৰ জিলা কংগ্ৰেচৰ সম্পাদক নিযুক্ত হয়। এই কামত তেওঁ ইমান যোগ্যতাৰ পৰিচয় দিছিল যে ১৯৩৬ চনলৈকে তেওঁ সেই পদত অধিষ্ঠিত থাকে। অৱশ্যে ইয়াৰ ভিতৰত আঢ়ৈ বছৰ তেওঁ কাৰাগাৰৰ ভিতৰত বন্দী হৈ আছিল।

১৯৩০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হয় লোণ আইন অমান্য আন্দোলন। ভাৰতৰ নঙঠা ফকীৰে মাত্ৰ এডাল লাঠী হাতত লৈ সশস্ত্ৰ চৰকাৰৰ অন্যায় আইনৰ প্ৰতিবাদ কৰিবৰ কাৰণে যাত্ৰা কৰে। আহ্বান জনায় তেওঁ ভাৰতৰ নাৰী-পুৰুষক তেওঁৰ সেই নতুন অহিংস আন্দোলনত যোগ দিবৰ কাৰণে। এই আহ্বানত সমগ্ৰ দেশ জাগি উঠে। দেশৰ বিভিন্ন অংশৰপৰা দেশ-প্ৰেমিক নাৰী-পুৰুষ দলে দলে আহি গোট খায় লোণ সাগৰৰ পাৰত—আৰম্ভ হয় ডাণ্ডী অভিযান।

লালবাহাদুৰো আগুৱাই আহে। তাৰ ফলত তেওঁ গ্ৰেপ্তাৰ হয়। আঢ়ৈ বছৰকাল তেওঁক একেৰাহে কাৰাগাৰত বন্দী কৰি ৰখা হয়।

মুক্তিলাভ কৰাৰ পিছত লালবাহাদুৰ জিলা কংগ্ৰেচৰ সভাপতি নিৰ্ব্বাচিত হ'ল। লাহে লাহে তেওঁৰ কৰ্ম্মৰ ক্ষেত্ৰ বিস্তৃত হবলৈ ধৰিলে—জিলাৰ সীমা পাৰ হৈ প্ৰদেশত। এইবাৰ লালবাহাদুৰ নিৰ্ব্বাচিত হ'ল উত্তৰ প্ৰদেশ কংগ্ৰেচ কমিটিৰ সাধাৰণ সম্পাদক।

১৯৩৭ চনত কংগ্ৰেচে যেতিয়া প্ৰাদেশিক আইন সভাত যোগদান কৰে, তেতিয়া লালবাহাদুৰ যুক্তপ্ৰদেশ পৰিষদৰ সদস্য নিৰ্ব্বাচিত হয়। তাৰপিছত ১৯৪৫ আৰু ১৯৪৬ চনত তেওঁ

যুক্তপ্ৰদেশ আইন সভাৰ সদস্য নিৰ্ব্বাচিত হ'ল। নিজৰ কৰ্মদক্ষতাৰ গুণত কিছুদিনৰ পিছতেই লালবাহাদুৰ স্বৰাষ্ট্ৰ আৰু পৰিবহন বিভাগৰ মন্ত্ৰী নিযুক্ত হ'ল। এইভাৱে আৰম্ভ হ'ল ঢাপে ঢাপে বহল কৰ্মক্ষেত্ৰৰ ফালে যাত্ৰা।

১৯৪৯ চনৰ কথা। কানপুৰত কমনওৱেল্থ্ বনাম ভাৰতৰ টেষ্ট ক্ৰিকেট ম্যাচ্চ্ অনুষ্ঠিত হৈছিল। খেল-পথাৰ অসংখ্য দৰ্শকেৰে ভৰি পৰিছে।

খেল-পথাৰত দৰ্শকৰ মাজত এদল উচ্ছৃঙ্খল ডেকাই মহিলা দৰ্শকসকলৰ প্ৰতি অশোভন আচৰণ কৰিবলৈ আৰম্ভ কৰিলে। শান্তি আৰু শৃঙ্খলা ৰক্ষাৰ কামত যিবোৰ পুলিচ নিযুক্ত আছিল তেওঁলোকে এই কাৰ্য্যত আপত্তি জনালে আৰু বাধা দিলে। এই লৈ আৰম্ভ হৈ গ'ল দুই দলৰ মাজত তুমুল হৈ-চৈ কাণ্ড। খেল প্ৰায় পণ্ড হোৱাৰ উপক্ৰম হ'ল।

ক্ৰিকেট খেলৰ এজন পৰম ভক্ত হিচাপে উত্তৰ প্ৰদেশৰ সেই সময়ৰ পুলিচমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী তেতিয়া খেল-পথাৰত উপস্থিত আছিল। গোলমাল দেখি তেওঁ ঘটনাস্থলৰ ফালে আগবাঢ়ি গ'ল।

উচ্ছৃঙ্খল ডেকাবিলাকে তেতিয়া পুলিচৰ ওপৰত উপদ্ৰৱ আৰম্ভ কৰি দিছে। পুলিচেও লাঠী দাঙি সিহঁতক খেদিব ধৰিছে। এনেতে শাস্ত্ৰীজী তাত গৈ উপস্থিত হ'লত ঘটনা আৰু বেছিদুৰ আগবাঢ়িব নোৱাৰিলে। ডেকাল'ৰাৰ দলে দাবী কৰিলে ৰঙা-পাগুৰিৰ দলক খেল-পথাৰৰপৰা আঁতৰাই নিব লাগিব।

শাস্ত্ৰীজী এই প্ৰস্তাৱতে সন্মত হ'ল। ল'ৰাবোৰো শান্ত হ'ল।

কিন্তু পিছদিনাখন দেখা গ'ল ৰঙা-পাগুৰিৰ সলনি বগা পোছাক পিন্ধা পুলিচ-বাহিনীৰে খেল-পথাৰ প্ৰায় ভৰি পৰিছে।

এইবোৰ দেখি ল'ৰাবোৰৰ ভীষণ খং উঠিল, সিহঁতে দল বান্ধি শাস্ত্ৰীজীৰ ওচৰলৈ গ'ল।

শাস্ত্ৰীজীয়ে মিচিকিয়াই হাঁহি ক'লে, "মইতো মোৰ কথা ৰাখিছোঁ। বগা-পোছাকৰ পুলিচ আছে সঁচা, কিন্তু ৰঙা-পাগুৰি খেল-পথাৰত এটাও নাই।

ডেকাল'ৰাৰ দলটো যুক্তিত হাৰি গৈ মনে মনে থাকিল।

লালবাহাদুৰ প্ৰকৃত কামৰ মানুহ। ল'ৰাকালৰ দুখ, দৰিদ্ৰতা আৰু কষ্টসহিষ্ণুতাই তেওঁক কামৰ মানুহ কৰি তুলিছে। কামক তেওঁ ভয় নকৰে—পৰিশ্ৰমত তেওঁ কষ্টবোধ নকৰে বা ভাগৰিও নপৰে। কিন্তু সেইবুলি যি কামত গতি নাই—যি কামত প্ৰাণ নাই, সেই কাম তেওঁৰ ওচৰত মূল্যহীন। তেওঁ ভাবিছিল, অকল কাম কৰিলেই নহয়; যি কামৰ দ্বাৰা মানুহৰ উপকাৰ নহয়, দেশৰ কোনো উন্নতি সাধন নহয় সেই কাম কৰাৰ কোনো মানে নাই।

উত্তৰ প্ৰদেশৰ মন্ত্ৰিত্ব কৰি থকা সময়ত তেওঁ নানাবিধ অসুবিধাৰ সম্মুখীন হবলগীয়া হৈছিল। দেখিবলৈ পাইছিল—কামৰ মাজত পদে পদে বাধা। দেশৰ প্ৰকৃত উপকাৰ কৰিবলৈ হ'লে মন্ত্ৰিত্ব পদ এৰি বাহিৰলৈ অহাই সমীচীন। বাহিৰতেই পোৱা যায় কামৰ অফুৰন্ত সুযোগ।

সেয়ে ১৯৫১ চনত লালবাহাদুৰে মন্ত্ৰিত্ব ত্যাগ কৰিলে। কিন্তু কংগ্ৰেচে তেওঁক নেৰিলে। তেওঁ নিখিল ভাৰত কংগ্ৰেচ কমিটিৰ সাধাৰণ সম্পাদক নিযুক্ত হ'ল।

১৯৫২ চনত স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্ব্বাচন ওচৰ চাপি আহিল—গণতন্ত্ৰী ভাৰতৰ প্ৰকৃত ৰূপ দিয়াৰ সোণালী সুযোগ উপস্থিত হ'ল।

শ্ৰীনেহৰু তেতিয়া দেশৰ কৰ্ণধাৰ। তেওঁ ভালদৰে অনুভৱ কৰিলে—সমগ্ৰ দেশত কংগ্ৰেচী নিৰ্ব্বাচন অভিযান পৰিচালনাৰ কাৰণে এজন সুযোগ্য কৰ্ম্মীৰ আৱশ্যক। এনেকুৱা এটা বিৰাট দায়িত্বৰ ভাৰ কাক দিয়া যায়? কোন আছে এনেকুৱা সুযোগ্য লোক?

বহুত ভাবি-চিন্তি শ্ৰীনেহৰুৱে লালবাহাদুৰকেই এই ক্ষেত্ৰত যোগ্য ব্যক্তি বুলি বিবেচনা কৰিলে। তেওঁৰ ওপৰতেই দিলে নিৰ্ব্বাচনী অভিযানৰ পূৰ্ণ দায়িত্ব। সেই নিৰ্ব্বাচনত কংগ্ৰেচে যি বিপুল সাফল্য লাভ কৰে তাৰ মূলতেই আছিল শ্ৰীশাস্ত্ৰীৰ অসাধাৰণ সংগঠনী শক্তি।

শ্ৰীনেহৰুৰ তেতিয়া এই কঁটীয়া মানুহজনৰ ওপৰত বিশেষভাৱে চকু পৰিল। বহুত দিন আগৰেপৰাই অৱশ্যে তেওঁ লালবাহাদুৰক চিনিব পাৰিছিল। অকপট বিলাসহীন এই মানুহজনৰ ভিতৰতে যে জওহৰ লুকাই আছে, তাক চিনি উলিওৱাত জৱাহৰলালে ভুল নকৰিলে। আকৌ নতুনকৈ তেওঁ আবিষ্কাৰ কৰিলে শাস্ত্ৰীজীক।

১৯৫২ চনত সাধাৰণ নিৰ্ব্বাচনৰ পিছত নতুন সংসদ গঠিত হ'ল। তাত লালবাহাদুৰ ৰাজ্যসভাৰ সদস্য নিযুক্ত হ'ল। কিছুদিনৰ পিছতেই শ্ৰীনেহৰুৱে তেওঁক নিজৰ ওচৰলৈ চপাই নিলে - কেন্দ্ৰীয় মন্ত্ৰীসভাৰ সদস্যভুক্ত কৰা হ'ল শাস্ত্ৰীজীক। তেওঁক কেন্দ্ৰীয় ৰেল আৰু পৰিবহন বিভাগৰ ভাৰ দিয়া হ'ল। নতুন কামত নতুন উদ্যমেৰে মনোনিৱেশ কৰিলে লালবাহাদুৰে। কামত তেওঁ অটল, কৰ্ত্তব্যত তেওঁ নিষ্ঠাৱান্।

১৯৫৬ চনৰ আগষ্ট মাহত মেহবুব নগৰত এক শোচনীয় ৰেল দুৰ্ঘটনা ঘটিল। তাত প্ৰাণ হেৰুৱালে ১১২জন নৰ-নাৰীয়ে।

ৰেলমন্ত্ৰী লালবাহাদুৰ সেই খবৰ শুনি অত্যন্ত মৰ্ম্মাহত হৈ পৰিল।

কিয় দুৰ্ঘটনা ঘটিল তাৰ জোৰ তদন্তৰ বাবে তেওঁ নিৰ্দ্দেশ দিলে। তদন্তৰ ফল বাহিৰ হ'ল—কিন্তু তাত শাস্ত্ৰীজী সন্তুষ্ট হব নোৱাৰিলে। তেওঁ বুজিব পাৰিলে বহুত কৰ্ম্মীৰ অক্ষমতা আৰু প্ৰচুৰ দোষ-ত্ৰুটি ইয়াৰ অন্তৰালত ৰৈ গৈছে। তথাপি বিবেক-জুইৰ পোৰণিত তেওঁ অনবৰত দগ্ধ হবলৈ ধৰিলে। বাৰে বাৰে তেওঁৰ কেৱল ভাব হবলৈ ধৰিলে এই দুৰ্ঘটনাৰ বাবে যেন তেৱেঁই দোষী। ইমানবোৰ মানুহৰ মৃত্যুৰ বাবে তেৱেঁই দায়ী।

সেয়ে পদত্যাগ কৰাৰ মনস্থ কৰিলে লালবাহাদুৰে। প্ৰধানমন্ত্ৰী জৱাহৰলালৰ ওচৰত তেওঁ পদত্যাগ-পত্ৰ দাখিল কৰিলে।

জৱাহৰলালজীয়ে সকলো বুজিলে। তথাপি লালবাহাদুৰৰ নিচিনা এজন সৎ আৰু কৰ্ম্মনিষ্ঠ ব্যক্তিক এৰি দিবলৈ তেওঁ সন্মত নহয়। সেয়ে শাস্ত্ৰীজীক তেওঁ অনুৰোধ কৰিলে কাম চলাই যাবৰ কাৰণে। লালবাহাদুৰে সেই অনুৰোধ ৰাখিলে।

কিন্তু মনৰ অসন্তোষক ঢাকি ৰাখি কেতিয়াও কাম কৰিব নোৱাৰি। সেই অসন্তোষ আকৌ প্ৰকাশ হৈ পৰিল তিনি মাহৰ পিছতেই। নভেম্বৰ মাহত আকৌ এটা ৰেল দুৰ্ঘটনা ঘটিল আৰিয়ালপুৰত। এই দুৰ্ঘটনাত ১৪৪জন যাত্ৰীয়ে প্ৰাণ হেৰুৱালে।

এইবাৰ শাস্ত্ৰীজীয়ে আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। কাৰো কোনো অনুৰোধ নুশুনি তেওঁ মন্ত্ৰিত্ব এৰি গুচি গ'ল। দুৰ্ঘটনাৰ সকলো দায়িত্ব নিজৰ মূৰত লৈ তেওঁ ক'লে, "ৰেলৰ এই দুৰ্ঘটনা যাৰ দোষতেই নঘটক কিয়, মূলতঃ ইয়াৰ কাৰণে ময়েই দায়ী। কাৰণ ময়েই এই বিভাগৰ সৰ্ব্বোচ্চ পদ অধিকাৰ কৰি আছোঁ। মই বিচাৰোঁ এনেকুৱা এজন যোগ্য ব্যক্তি এই পদত অধিষ্ঠিত হওক যিয়ে এই দুৰ্নীতি দমন কৰিব পাৰিব।"

নিজৰ অক্ষমতাৰ কথা স্বীকাৰ কৰিলেও ইয়াৰ দ্বাৰা শাস্ত্ৰীজীৰ

দুৰ্ব্বলতা প্ৰকাশ পোৱা নাই। এইটো হ'ল তেওঁৰ অন্তাৰৰ বিকদ্ধে জলন্ত প্ৰতিবাদ। পদ-মৰ্য্যাদাৰ লোভ কৰা নাই, ধনৰ লোভ কৰা নাই। নিসঙ্কোচে তেওঁ পৰম লোভনীয় মন্ত্ৰিত্বৰ পদ এৰি গুচি গ'ল।

আমাৰ দেশত এনেকুৱা কাৰণত পদত্যাগৰ উদাহৰণ তেৱেঁই প্ৰথম সৃষ্টি কৰিলে।

## দুখৰ দিনবোৰ

লালবাহাদুৰ শাস্ত্ৰীৰ জীৱন অতি বিচিত্ৰ।

সুখক হাততে পায়ো তেওঁ সম্পূৰ্ণৰূপে সুখ উপভোগ কৰিব পৰা নাই। আনহাতে দুখৰ দিনবোৰেও তেওঁক ব্যথিত কৰা নাই।

১৯২১ চনৰপৰা ১৯৪২ চনৰ ভিতৰত কংগ্ৰেচৰ প্ৰত্যেকটো জাতীয় আন্দোলনতেই লালবাহাদুৰ জঁপিয়াই পৰিছিল; সক্ৰিয় অংশ গ্ৰহণ কৰি কাৰাবৰণ কৰিছিল। এই কালছোৱাৰ ভিতৰত তেওঁ মুঠ সাতবাৰ কাৰাবৰণ কৰে। মুঠ বাৰ বছৰকাল তেওঁ কাৰা গাৰৰ ভিতৰত বন্দী জীৱন কটাবলগীয়া হৈছে।

এবাৰ তেওঁ নৈনিতাল জেলত বন্দী হৈ আছে। এদিন হঠাৎ খবৰ আহিল তেওঁৰ জীয়েকৰ বৰ টান নৰিয়া। বাচিব নে নাই সন্দেহ।

লালবাহাদুৰে জেল-কৰ্ত্তৃপক্ষৰ ওচৰত ছুটী বিচাৰিলে। কৰ্ত্তৃপক্ষই জনালে—'মুক্তি দিব পাৰোঁ, যদি আপুনি ইংৰাজ চৰকাৰক জনাই দিয়ে যে আপুনি আৰু কংগ্ৰেচ আন্দোলনত যোগ নিদিব।'

এই কথাত লালবাহাদুৰৰ ভীষণ খং উঠিল। এই ধৰণৰ কোনো চৰ্ত্ত মানি লৈ তেওঁ ছুটী গ্ৰহণ কৰিবলৈ সন্মত নহ'ল।

কেইদিনমানৰ পিছত আকৌ খবৰ আহিল—ছোৱালীজনীৰ

শেষ অৱস্থা। জেল-কৰ্ত্তৃপক্ষই সেই অৱস্থাৰ কথা শুনি পোন্ধৰ দিনৰ প্যাৰোলত লালবাহাদুৰক ছুটী দিলে।

কিন্তু নিয়তিৰ কি নিৰ্ম্মম পৰিহাস! যিদিনাখন লালবাহাদুৰ ঘৰলৈ আহিল সিদিনাখনেই ছোৱালীজনী ঢুকাল।

পিছদিনাখনেই শাস্ত্ৰীজী উভতি গ'ল নৈনিতাল জেললৈ। তেওঁৰ তেতিয়াও ছুটী হাতত আছিল, কিন্তু সেই ছুটী ভোগ কৰিবলৈ তেওঁৰ মনে কোনোমতেই নিবিচাৰিলে।

নৈনিতাল বন্দীশালত লালবাহাদুৰে ভালেমান দিন নেহৰুজীৰ লগত বন্দীজীৱন কটায়। সেই দিনবোৰ বেছ ভালভাৱেই অতিবাহিত হৈছিল। নেহৰুজীৰ লগত তেওঁ নানা বিষয়ে আলোচনা কৰিছিল—দেশৰ ভৱিষ্যৎ সম্পৰ্কে কত জল্পনা-কল্পনা, কত পৰিকল্পনা। তথাপি যেতিয়া মাজে মাজে আমনি-লগা অৱস্থা আহি পৰিছিল তেতিয়া বন্দীবিলাকে নিজৰ ভিতৰতে খেল-ধেমালিৰ ব্যৱস্থা কৰিছিল। তেওঁলোকে নিতৌ জেলৰ ভিতৰত বেড্‌মিণ্টন খেলিছিল।

শ্ৰীনেহৰুও এই খেলত যোগ দিছিল। নেহৰুজী আৰু এজন চাহাবৰ বিপৰীতে নিতৌ তেতিয়া লালবাহাদুৰ আৰু এজন এংলো-ইণ্ডিয়ান কয়েদীয়ে খেলিবলগীয়া হৈছিল। লালবাহাদুৰ আৰু এংলো-ইণ্ডিয়ানৰ লগত নেহৰুজীৰ দলে কোনোদিনেই খেলত জিকিব নোৱাৰিছিল।

বন্দীজীৱনৰ বেছিৰ ভাগ সময়েই শাস্ত্ৰীজীয়ে গভীৰ পঢ়া-শুনাৰ মাজত কটাইছিল। তেওঁ কবিতা লিখিছিল, গান ৰচিছিল। জেলত বহিয়েই তেওঁ মাদাম কুৰীৰ জীৱন-চৰিত হিন্দীত অনুবাদ কৰে। বিয়াল্লিশ চনৰ 'ভাৰত ত্যাগ কৰা' আন্দোলনৰ পটভূমিকাত লালবাহাদুৰে এখন প্ৰামাণ্য বুৰঞ্জীও ৰচনা কৰে।

তথাপি বহুত দুখ-কষ্টৰ মাজেদি তেওঁৰ বন্দীজীৱনৰ দিনবোৰ পাৰ হৈছে। ঘৰত অভাৱ-অনাটন, ল'ৰা-ছোৱালীবোৰৰ অসুখ-বিসুখ, ঘৈণীয়েকৰ নৰিয়া প্ৰায়ে লাগি থাকিছিল। বহুত সময়ত লালবাহাদুৰে ভীষণ অশান্তি আৰু দুশ্চিন্তাৰ মাজেদি দিন কটাবলগীয়া হৈছে। য'ত দুখ, অভাৱ তাতেই ৰোগ, শোক এটা নহয় এটা সদায় লাগিয়ে থাকে। ছোৱালীজনী ঢুকোৱাৰ কিছুদিনৰ পিছতেই শাস্ত্ৰীজীৰ চাৰি বছৰীয়া এজন পুতেক মাৰাত্মক সন্নিপাত জ্বৰত আক্ৰান্ত হ'ল।

তেতিয়াও শাস্ত্ৰীজী বন্দীশালত। সাত দিনৰ ছুটী পাই পুতেকৰ নৰিয়া-পাটীৰ কাষত আহি উপস্থিত হ'ল তেওঁ। পুতেকে তেতিয়া ৰোগৰ যন্ত্ৰণাত ছটফট্ কৰিব ধৰিছে।

যথাসাধ্য চিকিৎসাৰ ব্যৱস্থা কৰা হ'ল, সেৱা-শুশ্ৰূষাৰো কোনো ত্ৰুটি কৰা নহ'ল। তথাপি সাত দিনৰ ভিতৰত ল'ৰাটিৰ জ্বৰ নকমিল।

কিন্তু ছুটী শেষ হ'লত লালবাহাদুৰ যাবলৈ ওলাল। তেতিয়া পুতেকে কান্দি কান্দি ক'লে, "ওহোঁ, বাবুজী তুমি মোক এৰি নেযাবা।"

লালবাহাদুৰে পুতেকৰ মূৰত আৰু কপালত হাত ফুৰাই সান্ত্বনা দিলে, ক'লে—"ভয় নকৰিবা সোণ, তুমি ভাল হৈ যাবা। মই আকৌ আহি তোমাক চাই যামহি।"

লালবাহাদুৰ গুচি গ'ল বন্দীশাললৈ। ইংৰাজ চৰকাৰৰ ওচৰত তেওঁ কোনো প্ৰকাৰৰ দুৰ্ব্বলতাই প্ৰকাশ কৰিব নোখোজে। নতি স্বীকাৰ কৰিব নোৱাৰে, নতি স্বীকাৰ নকৰে।

## নিঃসঙ্গ জীৱন

শাস্ত্ৰীজী আছিল নীৰৱ কৰ্ম্মী—নীৰৱভাৱেই তেওঁ কাম কৰিবলৈ ভাল পাইছিল। দেখাত তেওঁ যেনেকুৱা সাধাৰণ মানুহ, চলা-ফুৰা আৰু কাম-কাজৰ মাজতো তেওঁৰ তেনে কোনো আড়ম্বৰ নাছিল। তথাপি এই নীৰৱ মানুহজনৰ ওপৰতেই বাৰে বাৰে দেশৰ গুৰু-দায়িত্ব ভাৰ আহি পৰিছে। নীৰৱেই তেওঁ সেই দায়িত্ব পালন কৰি গৈছে।

কিন্তু তথাপি, এই সকলো বিৰাট কামৰ মাজতো তেওঁৰ এটা নিৰলা জীৱন আছিল। সেই জীৱনৰ কথা হয়তো সাধাৰণ মানুহে নাজানে।

স'ৰুকালৰপৰাই শাস্ত্ৰীজী কবিতাৰ ভক্ত আছিল। স্কুলত পঢ়িবৰ সময়ত তেওঁ উৰ্দ্দু কবি মীৰ্জা গালিবৰ কবিতা পঢ়িছিল। ইয়াৰ উপৰিও তেওঁ পঢ়িছিল বিভিন্ন হিন্দী কবিৰ কবিতা। মীৰ্জা গালিবৰ এফাকি কবিতা তেওঁ প্ৰায়ে আবৃত্তি কৰিছিল। সেই কবিতাফাকি হ'ল—

"পড়ে আগৰ বিমাৰ
তো কোই না হো তিমৰদাৰ
অউৰ আগৰ মৰ্ যায়ে
তো নাহিখান্ কোই না হো।"

এই কবিতাফাকিৰ ভাবাৰ্থ হ'ল—'যদি মই অসুস্থ হৈ পৰোঁ তেনেহলে মোক শুশ্ৰূষা কৰিবৰ কাৰণে যেন কোনো নাথাকে, আৰু যদি মই মৰি যাওঁ তেনেহলে যেন কোনেও শোকও নকৰে।'

ইয়াৰপৰাই বুজিব পাৰি লালবাহাদুৰে নিঃসঙ্গ জীৱনেই ভাল পাইছিল। কেইজনে জানে, শাস্ত্ৰীজী যেতিয়া ৰেলমন্ত্ৰী আছিল

তেতিয়া তেওঁ কামৰ শেষত একান্তমনে বহি কবিতা লিখিছিল? কেইজনে খবৰ ৰাখে যে তেওঁৰ অফিচৰ ড্ৰয়াৰত বিচাৰিলে হিন্দী কবিতাৰ কত পাণ্ডুলিপি পোৱা গৈছিল?

সাহিত্যৰ প্ৰেৰণাই হয়তো তেওঁৰ মনক গোটেই জীৱনে আন্দোলিত কৰিলেহেতেন। সেই কাৰণেইতো তেওঁ বন্দীশালত বহিও কবিতা লিখিছে, গীত ৰচিছে। মাদাম কুৰীৰ জীৱনী অনুবাদ কৰিছে। লিখিছে 'ভাৰত ত্যাগ কৰা' আন্দোলনৰ বুৰঞ্জী।

টলষ্টয়ে কৈছিল—'ৰাজত্ব, পৃথিৱীৰ বিৰাট নেতৃত্ব সকলো এদিন বিলীন হৈ যায়। একোৱেই নাথাকে। কেৱল থাকে সেই দৃষ্টি, যাৰ মাজত শিল্পৰ যৎকিঞ্চিতো অস্তিত্ব থাকে।'

কোনে জানে শাস্ত্ৰীজীৰ কবিতাৰ আৰু অন্যান্য ৰচনাৰ পাণ্ডুলিপিৰ মাজত এনেকুৱা শিল্পৰ আৰু সৌন্দৰ্য্যৰ অস্তিত্ব লুকাই থকা নাই? অথবা হয়তো নীৰৱ মানুহৰ সেই নীৰৱ সাহিত্যসাধনাৰ বুৰঞ্জী বিস্মৃতিৰ অন্তৰালতেই চিৰদিন লুকাই থাকিব।

## সাধাৰণ মানুহ

লালবাহাদুৰ সাধাৰণ মানুহ আছিল। দুখ-কষ্টৰ মাজেৰেই তেওঁ ডাঙৰ-দীঘল হৈছিল; সাধাৰণভাৱে জীৱন-যাপন কৰাতেই তেওঁ অভ্যস্থ আছিল। যদিও তেওঁৰ কাৰ্য্যকলাপবোৰ আছিল অসাধাৰণ, তথাপি তেওঁ সদায় সাধাৰণ মানুহৰ লগত সাধাৰণভাৱে থাকিয়েই ভাল পাইছিল। জীৱনত তেওঁ সুযোগ পায়ো কেতিয়াও অন্যায় সুযোগ গ্ৰহণ কৰা নাই।

এলাহাবাদত খাজনা-বহিত আন্দোলনৰ সময়ত খেতিয়কবিলাকৰ

মাজত কাম কৰিবলৈ গৈ তেওঁ এবাৰ গ্ৰেপ্তাৰ হয়। সেই সময়ত তেওঁক আঢ়ৈ বছৰ সশ্ৰম কাৰাদণ্ডত দণ্ডিত কৰা হয় জেলত তেওঁক 'বি' শ্ৰেণীৰ কয়েদীৰূপে ৰখা হৈছিল। তাত 'চি' শ্ৰেণীৰ কয়েদীবিলাকৰ তুলনাত কিছু বেছি সুবিধা ভোগ কৰিব পৰা গৈছিল। কিন্তু তেওঁ সেই সুবিধাখিনি ভোগ কৰিব নোখোজে। ইংৰাজ চৰকাৰৰ সেইকণ পুতৌ প্ৰত্যাখ্যান কৰি তেওঁ 'চি' শ্ৰেণীৰ ৰাজবন্দীবিলাকৰ দলত গৈ একেলগে থাকিবলৈ ল'লে। সহকৰ্মী-বিলাকৰ লগত কাৰাবাসৰ দুখ-কষ্ট তেওঁ ভাগ কৰি ল'লে।

স্বাধীনতা লাভৰ পিছত মন্ত্ৰীপদত অধিষ্ঠিত থকা কালতো শাস্ত্ৰীজীয়ে কেতিয়াও ব্যক্তিগত সুখৰ বাবে সুযোগ গ্ৰহণ কৰা নাই।

তেওঁ কেন্দ্ৰীয় ৰেলমন্ত্ৰী হৈ থকা কালৰ এটি ঘটনা :

প্ৰয়াগৰ কুম্ভমেলাত অসম্ভৱ ভিৰ। অগণিত নাৰী-পুৰুষ আহিছে ত্ৰিবেণী সঙ্গমত স্নান কৰি পুণ্য লাভৰ আশাত। ৰেল-ষ্টেচনতো মানুহৰ অতিপাত ভিৰ। স্বেচ্ছাসেৱক আৰু পুলিচ বাহিনীয়ে সেই ভিৰ নিয়ন্ত্ৰণ কৰিব পৰা নাই।

এনে সময়তে এজনী বুঢ়ীয়ে ষ্টেচনৰ কৰ্ম্মচাৰীবিলাকৰ ওচৰলৈ আহি ব্যাকুলভাৱে সুধিলে—"হেৰা বোপাহঁত, মোৰ ল'ৰাজন ক'ত আছে তোমালোকে কব পাৰা নে? সি এতিয়াও ষ্টেচনলৈ উভতি নাহিলচোন?"

ৰেলৰ কৰ্ম্মচাৰীবিলাকে সুধিলে, "আপোনাৰ ল'ৰা কিমান ডাঙৰ? কি নাম তাৰ?"

বুঢ়ীয়ে ক'লে, "মোৰ ল'ৰাৰ নাম 'লাল'। বহুত ডাঙৰ সি। তোমালোকৰ ৰেলতেইতো কিবা এটা মস্ত ডাঙৰ কাম কৰে বুলি শুনিছোঁ।"

ষ্টেচনৰ কৰ্ম্মচাৰীবিলাকে ক'লে, "ৰেলততো বহুত ল'ৰাই কাম

কৰে। আৰু ইয়াততো কত ৰকম ডিপাৰ্টমেণ্ট আছে। ঠিক কি কাম কৰে তাক সঠিককৈ নক'লে বিচাৰি উলিওৱা টান।"

বুঢ়ীয়ে তেতিয়া ক'লে, "মই বুঢ়া মানুহ, ইমানবোৰ কথাৰ আও-ভাও নেপাওঁ বোপাই। ৰেলৰ খুব ডাঙৰ কাম এটাত বোলে সি সোমাইছে। মোক কৈছে স্নান কৰি উঠি লগৰীয়াবোৰৰ সৈতে ষ্টেচনত অপেক্ষা কৰিবলৈ।"

ষ্টেচনৰ কৰ্ম্মচাৰীবিলাকে ক'লে, "তেনেহলে ইয়াতে অপেক্ষা কৰক। কৈছে যেতিয়া নিশ্চয় সি আহি ওলাব।"

বুঢ়ীয়ে আকুলভাৱে ক'লে, "স্নানৰ ঘাটৰ সাঁকোত বোলে কিবা বিপদ ঘটিছে। সেয়ে মোৰ মনটো বৰ উতল-পাতল কৰিছে বহুত সময় পাৰ হৈ গ'ল। তোমালোকে অলপ চোৱাচোন মোৰ বোপাইঁত।"

বুঢ়ীৰ কথা শুনি ষ্টেচনৰ কৰ্ম্মচাৰীবিলাকে ইজনে সিজনৰ মুখলৈ চাই হাঁহিবলৈ ধৰিলে। এজনে ক'লে, "আপুনি 'ওৱেটিং ৰুম'ত অপেক্ষা কৰক। আপোনাৰ ল'ৰা যেতিয়া ৰেলতেই ডাঙৰ কাম কৰে বুলি কৈছে তেতিয়া নিশ্চয় তেওঁ আহি আপোনাক লৈ যাবহি।"

তেতিয়া বেছি কথা কোৱাৰ কাৰোৱেই সময় নাই। সকলোৱে নিজং নিজৰ কামত ব্যস্ত হৈ পৰিল।

প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুও আহিছে সাধাৰণ মানুহৰ লগত একেলগে প্ৰয়াগত গঙ্গাস্নান কাৰবৰ কাৰণে। মেলাত ইমান বেছি ভিৰ হৈছে যে মানুহৰ হেঁচাত স্নানঘাটৰ সাঁকো ভাঙি পৰিছে। তাৰ ফলত বহুত মানুহ পানীত ডুবি গৈছে। তাৰ উপৰিও আকৌ ভিৰৰ হেঁচাত, হাতী-ঘোঁৰাৰ ভৰিৰ তলত পৰিও অসংখ্য মানুহৰ মৃত্যু ঘটিছে। গোটেই কুম্ভমেলাতে চাৰিওকাষে চলিছে বিৰাট হৈ-চৈ আৰু বিশৃঙ্খলা।

ৰেল-ষ্টেচনতো তাৰ বিৰাম নাই। ষ্টেচনৰ কৰ্ম্মচাৰী আৰু স্বেচ্ছাসেৱকসকলো ভিৰ নিয়ন্ত্ৰণ কৰিবলৈ গৈ ভাগৰি পৰিছে। তদুপৰি এইবাৰ কুম্ভমেলালৈ আহিছে ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীজৱাহৰলাল নেহৰু আৰু ৰেলমন্ত্ৰী শ্ৰীলালবাহাদুৰ শাস্ত্ৰী। তেওঁলোকৰ কাৰণেও সকলোৰে কৰ্ম্মব্যস্ততাৰ অন্ত নাই।

লালবাহাদুৰ অৱশ্যে আহিছিল ইয়াত এই উপলক্ষে ৰেলৰ এটা কামৰ তদাৰক কৰিবৰ কাৰণে। লগত মাককো কুম্ভমেলালৈ লৈ আহিছিল। কিন্তু কোনো বিশেষ চৰকাৰী সুযোগ তেওঁ গ্ৰহণ কৰা নাই। স্নানৰ পিছত মাকক ষ্টেচনত অপেক্ষা কৰিবলৈ কৈ গৈছিল। যথাসময়ত মাকক লৈ তেওঁ উভতি যাব।

ইকালে হঠাতে ঘটি গ'ল দুৰ্ঘটনা। এটা বিশৃঙ্খলাৰ সৃষ্টি হ'ল। শ্ৰীজৱাহৰলাল নেহৰুৰ উভতি যোৱাৰ সকলো ব্যৱস্থা কৰি তেওঁ লৰা-লৰিকৈ ষ্টেচনলৈ আহিল। বুঢ়ী মাকে যেনেকৈ পুতেকৰ কাৰণে অস্থিৰ হৈ উঠিছিল তেনেকৈ তেৱোঁ মাকৰ কাৰণে চিন্তিত হৈ পৰিছিল।

ষ্টেচনত আহিয়েই তেওঁ মাকক বিচাৰিলে। তেওঁক তেতিয়া ৰেল-পুলিচ আৰু পদকীয়া বিষয়াসকলে বেৰি ধৰিছিল। তেওঁৰ ব্যস্ততা দেখি সকলোৱে ব্যস্ত হৈ উঠিল। ষ্টেচনৰ কৰ্ম্মচাৰীবিলাকে জনালে — ৰেলমন্ত্ৰীৰ পৰিয়ালৰ কোনো মানুহতো ষ্টেচনত অহা নাই।

এনে সময়তে এজন ৰেল-কৰ্ম্মচাৰীৰ মনত পৰিল, এজনী বুঢ়ীয়ে কৈছিল তেওঁৰ পুতেকে ৰেলত ডাঙৰ চাকৰি কৰে। সেই পুতেকক তেওঁ বহুত সময় ধৰি বিচাৰিছিল। তেওঁ তেওঁক ওৱেটিং ৰুমত বহুৱাই থৈ আহিছে।

লালবাহাদুৰক এই কথা কোৱা হ'লত তেওঁ তৎক্ষণাৎ ওৱেটিং ৰুমৰ ফালে বেগাই খোজ ল'লে। তেওঁৰ পাছে পাছে পুলিচ আৰু ৰেল-কৰ্ম্মচাৰীবিলাকেও লৰ দিলে।

পুতেকক দেখা পাই বুঢ়ী দৌৰি আহিল। তেওঁ লালবাহাদুৰক সাৱটি ধৰি ক'লে—"উস্ ৰক্ষা পৰিলোঁ! তোৰ কাৰণে মোৰ যে কি চিন্তা হৈছিল!"

লালবাহাদুৰে ক'লে, "মই আহি পাইছোঁ যেতিয়া আই, এতিয়া আৰু চিন্তাৰ কোনো কাৰণ নাই।"

বুঢ়ীয়ে সুধিলে, "হেৰ বোপা, ৰেলত তই কি কাম কৰ ক'চোন? মই মানুহৰ আগত একো কব পৰা নাছিলোঁ।"

পুলিচ আৰু ৰেল-কৰ্ম্মচাৰীৰে তেতিয়া কোঠালীটো প্ৰায় ভৰি পৰিছে। এই অৱস্থাত নিজৰ চাকৰিৰ পৰিচয় দিবলৈ লালবাহাদুৰে বৰ লাজ পাইছিল।

কিন্তু তেতিয়া অসংখ্য ফুলৰ মালা লালবাহাদুৰৰ ডিঙিত উপচি পৰিছে। চৰিওফালৰপৰা ধ্বনি উঠিছে—"শাস্ত্ৰীজী কি জয়! ৰেলমন্ত্ৰী কি জয়।"

তেতিয়া বুঢ়ী মাকৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁৰ পুতেকেই ৰেলৰ বৰমূৰীয়া—সৰ্ব্বেসৰ্ব্বা।

## ভাৰতৰ প্ৰধানমন্ত্ৰী

ৰেল-দুৰ্ঘটনাৰ সকলো দোষ স্বইচ্ছাই নিজৰ মূৰত লৈ হেলাৰঙে ৰেলমন্ত্ৰীৰ পদ ত্যাগ কৰাত দেশৰ মানুহ তবধ মানিলে। কোন এখেত? এনেকুৱা মানৱ-প্ৰেমিক মানুহজনৰ আচল পৰিচয় কি? দেশৰ মানুহে লালবাহাদুৰক নতুনকৈ চিনি পালে।

সেয়ে বেছি দিন তেওঁ চৰকাৰৰ বাহিৰত থাকিব নোৱাৰিলে। ১৯৫৭ চনত দ্বিতীয় সাধাৰণ নিৰ্ব্বাচন হ'ল। বিপুল ভোট পাই তেওঁ লোকসভাৰ সদস্য নিৰ্ব্বাচিত হ'ল। শ্ৰীনেহৰুৱে নতুনকৈ

মন্ত্ৰীসভা গঠন কৰিলে। লালবাহাদুৰক তেওঁ পৰিবহন আৰু যোগাযোগ মন্ত্ৰীৰ বাব দি নতুন মন্ত্ৰীসভাত সাঙুৰি ল'লে। পিছৰ বছৰত লালবাহাদুৰক বাণিজ্য আৰু শিল্প মন্ত্ৰণালয়ৰ ভাৰ দিয়া হ'ল। ইয়াৰ কেইবছৰমান পিছত ১৯৬১ চনত কেন্দ্ৰীয় স্বৰাষ্ট্ৰমন্ত্ৰী শ্ৰীগোবিন্দবল্লভ পন্থ পৰলোক গমন কৰিলত, সেই ভাৰ শাস্ত্ৰীজীৰ ওপৰতেই আহি পৰিল।

মানুহজন চুটি-চাপৰ। কিন্তু কাম হ'ল বিৰাট, দায়িত্ব বহুত গধুৰ। তথাপি অদ্ভুত কৃতিত্ব দেখুৱালে শাস্ত্ৰীজীয়ে।

নেপালৰ লগত ভাৰতৰ সম্ভাৱ লাহে লাহে পাতলি আহিব ধৰিছিল। ভাৰতৰ সৈতে নেপালৰ যি ঐতিহ্যৰ যোগাযোগ আছে সি ক্ৰমশঃ নেপালৰ অধিবাসীসকলৰ মনৰপৰা বিলীন হৈ যাব ধৰিছিল; এই কথা বুজিব পাৰি লালবাহাদুৰে শুভেচ্ছা ভ্ৰমণৰ কাৰণে নেপাললৈ যাত্ৰা কৰিলে। নেপালৰ ৰজা আৰু তাৰ নেতৃবৃন্দৰ লগত আলাপ-আলোচনা কৰি তেওঁ মধুৰ সম্পৰ্ক গঢ়ি তুলিলে।

ইপিনে অসমত অসমীয়া ভাষাক ৰাজ্যভাষা কৰাৰ দাবীত আৰম্ভ হল ভাষা-আন্দোলন। বঙালী অধিবাসীসকলে বঙালী ভাষাক ৰাজ্যভাষা কৰাৰ দাবী কৰিলে। কিন্তু কুচক্ৰীবিলাকৰ চক্ৰান্তত সেই আন্দোলন অসমীয়া-বঙালীৰ বিদ্বেষত পৰিণত হ'ল···আৰম্ভ হ'ল মৰা-মৰি, কটা-কটি। ক্ৰমশঃ সি প্ৰবল আকাৰ ধাৰণ কৰিলে।

লালবাহাদুৰ ততালিকে আহি অসমত উপস্থিত হ'ল। তেৱেঁই মীমাংসাৰ সূত্ৰ উদ্ভাৱন কৰি উভয় ভাষাৰ মৰ্য্যাদা অক্ষুণ্ণ ৰখাৰ ব্যৱস্থা কৰিলে। উভয় সম্প্ৰদায়ৰ মাজত পুনৰ সম্ভাৱ ঘূৰাই আনিলে।

অসমৰপৰা উভতি যাবৰ সময়ত কলিকতাত শাস্ত্ৰীজীক সাংবাদিকসকলে বেৰি ধৰিলে। ইটো-সিটো কথাৰ পিছত ৰেল-দুৰ্ঘটনাৰ কথা ওলাল। তাৰ কিছুদিনৰ আগতে এটা ডাঙৰ ৰেল-দুৰ্ঘটনা ঘটি গৈছে। তেতিয়া ৰেলমন্ত্ৰী আছিল জগজীৱন ৰাম।

সাংবাদিকসকলে ক'লে, "১৯৫৬ চনত নৱেম্বৰৰ ৰেল-দুৰ্ঘটনাৰ দায়িত্ব নিজৰ মূৰত লৈ আপুনি পদত্যাগ কৰিছিল। ক'তা, বৰ্ত্তমান ৰেলমন্ত্ৰীয়েতো পদত্যাগ নকৰিলে।"

শাস্ত্ৰীজী অলপ সময় মনে মনে থাকিল। তাৰপিছত হাঁহি ক'লে, "ম্যায় তো পাগল থা।"

আচল কথা সহকৰ্ম্মীসকলৰ নীতি বা কাৰ্য্যকলাপ সম্বন্ধে শাস্ত্ৰীজীয়ে আনৰ আগত কোনো মন্তব্য বা সমালোচনা কৰিব নোখোজে। আনে কি কৰিলে, নকৰিলে বা কিয় নকৰিলে সেইটো তেওঁৰ ওচৰত ডাঙৰ কথা নাছিল। তেওঁ নিজে যি কাম কৰা উচিত বুলি বিবেচনা কৰিছিল তাক তেওঁ কৰি গৈছিল।

১৯৬৩ চনত মাদ্ৰাজৰ মুখ্যমন্ত্ৰী কামৰাজ নাদাৰে এক নতুন পৰিকল্পনা উদ্ভাৱন কৰিলে। কংগ্ৰেচৰ ভিতৰত বহুত দুৰ্নীতি সোমাইছে। কংগ্ৰেচৰ ওপৰত ক্ৰমান্বয়ে বহুত মানুহৰ আস্থা নোহোৱা হৈ আহিছে। এই সঙ্কটৰপৰা কংগ্ৰেচক মুক্ত কৰিবই লাগিব। কামৰাজ পৰিকল্পনাত কোৱা হ'ল—মন্ত্ৰীসভাৰ আয়তন সৰু কৰিব লাগিব। আমাক লাগে কাম। মন্ত্ৰীৰ সংখ্যা বেছি হ'লেই নহব—আচলতে কামহে বেছি হব লাগিব। গতিকে তেওঁলোকে মন্ত্ৰিত্বৰ আসন স্বইচ্ছাই ত্যাগ কৰি নামি আহিব লাগিব সংগঠনমূলক কামত।

শাস্ত্ৰীজীয়ে সেই পৰিকল্পনাক অভিনন্দন জনালে। নিজেই তেওঁ নামি আহিল মন্ত্ৰিত্বৰ আসন ত্যাগ কৰি।

কিন্তু প্ৰধানমন্ত্ৰী নেহৰুৱে এনেকুৱা এগৰাকী সৎ, নিৰ্ভীক আৰু কৰ্ম্মঠ ব্যক্তিক তেওঁৰ মন্ত্ৰীসভাৰ বাহিৰত ৰাখিব নুখুজিলে।

সেয়ে ১৯৬৪ চনৰ ২৪ জানুৱাৰীত আকৌ লালবাহাদুৰক তেওঁ মন্ত্ৰীসভাৰ মাজলৈ লৈ আহিল। লালবাহাদুৰক এইবাৰ নেহৰুৱে বিভাগ-বিহীন মন্ত্ৰী পদত নিযুক্ত কৰিলে। ই এক অদ্ভুত পদ। কোনো নিৰ্দ্দিষ্ট বিভাগ নাই, তথাপি সকলো বিভাগৰ দায়িত্ব আছে। যেতিয়াই যি কামত আৱশ্যক হয়, তেতিয়াই তেওঁক সেই কামৰ ভাৰ দিয়া হয়। ফলত তেওঁৰ কামৰ গুৰুত্ব যেন আৰু বৃদ্ধিহে পালে।

ঠিক সেই সময়তে ভাৰত ৰাষ্ট্ৰৰ বুকুত এক আকস্মিক দুৰ্য্যোগ দেখা দিলে। কাশ্মীৰৰ হজৰতবাল মচজিদৰপৰা প্ৰাচীন স্মৃতিচিহ্ন হজৰত মহম্মদৰ পৱিত্ৰ চুলি চুৰি হৈ গ'ল। সেই লৈ তাত ভীষণ হুলস্থুল আৰম্ভ হ'ল। এদল ধৰ্ম্মান্ধ মুছলমান খঙত জ্বলিপকি উঠিল। বিচাৰ-বিবেচনা নকৰাকৈ সকলো দোষ হিন্দুবিলাকৰ ওপৰত জাপি দিলে। ফলত, লগে লগে তাত কাজিয়া আৰম্ভ হৈ গ'ল। সাম্প্ৰদায়িক গোলমাল—মৰা-মৰি, কটা-কটি। ক্ৰমে সেই কাজিয়া কাশ্মীৰৰ বাহিৰত বিয়পি পৰিল। কুচক্ৰীবিলাকৰ চক্ৰান্তত ডেৰ হাজাৰ মাইল আঁতৰত পূব-পাকিস্তানতো সেই কাজিয়াৰ প্ৰতিক্ৰিয়া আৰম্ভ হ'ল। ফলত হাজাৰ হাজাৰ নিৰীহ, নিৰপৰাধ মানুহৰ প্ৰাণহানি হ'ল।

এই গুৰুতৰ সমস্যাৰ সমাধান কোনে কৰিব? প্ৰধানমন্ত্ৰী শ্ৰীনেহৰুৱে ভাবি চালে—লালবাহাদুৰেই একমাত্ৰ যোগ্য ব্যক্তি। তেওঁকেই কাশ্মীৰলৈ পঠিয়াই দিলে।

আচৰিত কথা, লালবাহাদুৰ কাশ্মীৰত উপস্থিত হোৱাৰ লগে লগে অৱস্থাৰ অদ্ভুত পৰিবৰ্ত্তন হ'ল, অপৰাধী ধৰা পৰিল—চুলি

হোৱা পৰিত্ৰ চুলিও পোৱা গ'ল। দেশত পুনৰায় শান্তি ঘূৰি আহিল। লালবাহাদুৰৰ ধৈৰ্য্য, বুদ্ধি আৰু দূৰদৃষ্টিৰ ফলতেই এই গুৰুতৰ সমস্যাৰ শান্তিপূৰ্ণ সমধান হ'ল।

ভাৰতৰ বুকুত কত সমস্যা। কুচক্ৰীৰ চক্ৰান্ত-জাল···ভাৰতৰ অখণ্ডতা নষ্ট কৰাৰ কাৰণে কত অপচেষ্টা

দেশ বিভাগৰ ত্ৰুটি অভিশাপ হৈ দেখা দিলে জাতিৰ জীৱনত। সেই দুখ আৰু আঘাতেই বোধকৰোঁ মানৱ-প্ৰেমিক জৱাহৰলালৰ অন্তৰ বাৰুকৈয়ে জুৰুলা কৰিলে।

১৯৬৪ চনৰ মে মাহত অকস্মাৎ তেওঁ পৰলোক গমন কৰিলে। দেশত ভীষণ আলোড়ন সৃষ্টি হ'ল। নেহৰুৰ পিছত কোন? কোনে লব এই বিৰাট ৰাষ্ট্ৰৰ পৰিচালনাৰ ভাৰ?

সকলোৰে চকু পৰিল লালবাহাদুৰৰ ওপৰত। শ্ৰীনেহৰু জীৱিত থাকোঁতে মনে মনে তেওঁকেই উত্তৰাধিকাৰী মনোনয়ন কৰিছিল, তেওঁকেই দিছিল তেওঁৰ নিজৰ বহুত কামৰ ভাৰ।

অৱশেষত লালবাহাদুৰ সৰ্ব্বসন্মতিক্ৰমে সংসদত কংগ্ৰেচৰ নতুন নেতা নিৰ্ব্বাচিত হ'ল। ভাৰতৰ প্ৰধানমন্ত্ৰী হ'ল শ্ৰীলালবাহাদুৰ শাস্ত্ৰী।

সাধাৰণ দুখীয়া পৰিয়ালৰ এজন ল'ৰা প্ৰধানমন্ত্ৰীৰ আসনত বহিল। ভাৰতৰ বুৰঞ্জীত স্থাপিত হ'ল এক নতুন দৃষ্টান্ত।

## দেশে বিদেশে

লালবাহাদুৰ শাস্ত্ৰী প্ৰধানমন্ত্ৰী হোৱাৰ পিছত স্বদেশৰ আৰু বিদেশৰ বহুতৰে মনত সন্দেহ উপস্থিত হৈছিল—এওঁতে কাম চলাব পাৰিব জানো। পাতল চুটি-চাপৰ চেহেৰা, মজলীয়া গঠন, সাধাৰণ চাল-চলন, অমায়িক, নিচেই কম কথা কোৱা এজন

অকপট মানুহ। কূটনৈতিক কলা-কৌশলৰ অভিজ্ঞতা নাই, স্বদেশী বা বিদেশী উচ্চ ডিগ্ৰীৰ ছাপও নাই। বিৰাট ব্যক্তিত্ব সম্পন্ন জৱাহৰলাল নেহৰুৰ পিছত তেখেতক যেন সেই আসনত নুশুৱায়। সেয়ে মানুহৰ মনত সন্দেহ—অবিশ্বাস।

কিন্তু লালবাহাদুৰে নিজৰ সম্বন্ধে কৈছে—'মই আকৃতিত সৰু। মই মিঠামুখীয়া। সেয়ে সাধাৰণ মনুহে ভাবে মই কঠোৰ হব নেজানো। শাৰীৰিক শক্তি হয়তো মোৰ বেছি নাই, কিন্তু মোৰ দৃঢ় বিশ্বাস মনৰ ফালৰপৰা মই অলপো দুৰ্ব্বল নহওঁ।'

শাস্ত্ৰীজী যে দুৰ্ব্বল নহয় তাৰ প্ৰমাণ অৱশ্যে তেওঁ কিছুদিনৰ পিছতে দিছিল। কিন্তু তাৰ আগলৈকে মানুহৰ মনৰপৰা সন্দেহ আঁতৰ হোৱা নাছিল। সেয়ে প্ৰধানমন্ত্ৰিত্ব লাভৰ পিছত তেওঁক দেখি মানুহক বিশেষ উৎসাহিত বা আনন্দিত হোৱা দেখা নগৈছিল। অথচ এবছৰৰ ভিতৰতে ঘটি গ'ল অদ্ভুত পৰিবৰ্ত্তন। বাটে-ঘাটে, সভায়-সমিতিয়ে তেওঁক দেখি, আনকি চিনেমা-হলৰ পৰ্দ্দাত তেওঁৰ ছবি দেখিও মানুহে হাত-চাপৰি দি আনন্দত চিঞৰ-বাখৰ কৰি উঠিবলৈ ধৰিলে—'শাস্ত্ৰীজী কি জয়! লালবাহাদুৰজী কি জয়!'

প্ৰধানমন্ত্ৰী হোৱাৰ আগতে লালবাহাদুৰ নেপালত বাদে ভাৰতৰ বাহিৰৰ আৰু ক'লৈকো যোৱা নাছিল। অথচ তেওঁৰেই ওপৰত পৰিল বিৰাট এক গণতন্ত্ৰীৰাষ্ট্ৰৰ পৰিচালনাৰ ভাৰ···বিশ্বৰ লগত মিত্ৰতা ৰক্ষা কৰি চলাৰ দায়িত্ব।

ভাৰত হ'ল ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্ৰ। সকলো ধৰ্ম্মৰ, সকলো শ্ৰেণীৰ মানুহ ইয়াৰ ওচৰত সমান। অকল ভাৰতবাসীয়েই নহয় পৃথিৱীৰ সকলো মানুহকেই ভাৰতে মিত্ৰতা-বন্ধনত আবদ্ধ কৰিব লাগিব। সেয়ে প্ৰধানমন্ত্ৰীৰ আসনত বহাৰ কেইমাহমানৰ পিছতেই (অক্টোবৰ,

১৯৬৪) শাস্ত্রীজী কায়বোলৈ গ'ল গোষ্ঠী নিৰপেক্ষ ৰাষ্ট্ৰ সম্মিলনত যোগ দিবৰ কাৰণে। তাত তেওঁ যি সংবৰ্দ্ধনা পালে সি সঁচাকৈয়ে অভাৱনীয়। আৰব যুক্তৰাষ্ট্ৰৰ প্ৰেচিডেণ্ট কৰ্ণেল নাচেৰে চিৰকালে চলি অহা ৰীতি ভঙ্গ কৰি নিজে বিমান-বন্দৰলৈ গৈ তেওঁক সংবৰ্দ্ধনা জনালে। সেই দেশৰ জনসাধাৰণেও আচৰিত হৈ দেখিলে যে এই সাধাৰণ চুটি-চাপৰ মানুহজন কিমান বেছি ক্ষমতাৰ অধিকাৰী।

ইয়াৰ পিছত শাস্ত্রীজী কমনওৱেল্‌থ্‌ প্ৰধানমন্ত্ৰী সম্মিলনত যোগ দিবৰ কাৰণে লণ্ডনলৈ গ'ল। তাত পাকিস্তানৰ প্ৰেচিডেণ্ট আয়ুব খাঁৰ লগত কচ্ছ চুক্তিত স্বাক্ষৰ কৰিলে। ১৯৬৫ চনৰ মে মাহত চোভিয়েত ৰুচিয়াত ৰাষ্ট্ৰীয় পৰিভ্ৰমণ কৰিলে। যুগোশ্লোভিয়ালৈ গ'ল, কানাডা ঘূৰি আহিল। লাহে লাহে শাস্ত্রীজীৰ সম্বন্ধে মানুহৰ ধাৰণা সলনি হবলৈ ধৰিলে।

ইয়াৰ পিছত ১৯৬৫ চনৰ আগষ্ট মাহত গণতন্ত্ৰী ভাৰতৰ সম্মুখত বিৰাট এক অগ্নিপৰীক্ষা উপস্থিত হ'ল। পাকিস্তানে অন্যায়ভাৱে ভাৰত আক্ৰমণ কৰিলে। যুদ্ধবিৰতি সীমাৰেখা অতিক্ৰম কৰি ছদ্মবেশে সশস্ত্ৰ পাকিস্তানী সৈন্য কাশ্মীৰত প্ৰবেশ কৰিলে।

ভাৰতে বহুতবাৰ এনেকুৱা আক্ৰমণৰ সম্মুখীন হৈছে। তথাপি শত্ৰুৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰা নাই। প্ৰতিপক্ষক ভাৰতে চিৰ-দিনেই অনুৰোধ কৰিছে, অথবা তেওঁলোকৰ লগত শান্তি-চুক্তি কৰিছে। কিন্তু তাৰপৰা কোনো ফল হোৱা নাই। কিছুদিনৰ আগতো কচ্ছৰ ৰাণ অঞ্চলত পাকিস্তানী সৈন্যই অন্যায়ভাৱে আক্ৰমণ চলাইছিল। তাৰ কাৰণেও শাস্ত্রীজীয়ে বিলাতত ফিল্ড মাৰ্চাল আয়ুব খাঁৰ লগত এক শান্তি-চুক্তিত স্বাক্ষৰ কৰিছে। কিন্তু সেই প্ৰচেষ্টাও ব্যৰ্থ হৈছে।

ভাৰতৰ মানুহ বিৰক্ত হৈ উঠিছে, ধৈৰ্য্য হেকৱাই পেলাইছে।

ভাৰতে বাৰে বাৰে এইভাৱে হীনতা স্বীকাৰ কৰি গৈ থাকিব নে ? এইভাৱে চিৰদিনে বিদেশী শত্ৰুৰ আক্ৰমণ সহ্য কৰি গৈ থাকিব ?

ভাৰতে বিচাৰে শান্তি – যুদ্ধ নিবিচাৰে। কাৰো সৈতেই ভাৰতে বিৰোধিতাত লিপ্ত হব নোখোজে। তথাপি যদি কোনোবাই ভাৰতৰ ওপৰত অহেতুক আক্ৰমণ, অন্যায়ভাৱে ভাৰতীয় লোকৰ জীৱন-নাশ, জোৰ কৰি ভাৰতৰ মাটি দখল কৰিবলৈ আহে তেনেহলে তাক জানো ভাৰতে নীৰৱে সহ্য কৰিব ?

ওহোঁ ! কেতিয়াও সহ্য নকৰে। ভাৰতবাসীয়ে মাত্ৰ জাতিৰ নতুন গুৰিয়ালৰ ফালে চাই আছে। তেওঁলোকৰ মনত আশঙ্কা। কি কৰিব এই চুটি-চাপৰ অতি সৰল বিনয়ী শাস্ত্ৰীজীয়ে।

কিন্তু গোটেই ভাৰতৰ তথা পৃথিৱীৰ মানুহ স্তম্ভিত হৈ গ'ল। এই চুটি-চাপৰ মানুহজনৰ ভিতৰত কি লৌহকঠিন দৃঢ়-মনোভাৱ লুকাই আছিল !

প্ৰধানমন্ত্ৰীয়ে ঘোষণা কৰিলে—"আক্ৰমণৰ মোকাবিলা কৰিবলৈ আমি প্ৰস্তুত। অস্ত্ৰৰ উত্তৰ আমি অস্ত্ৰেৰেই দিম।"

ভাৰতবাসীয়ে অতি আনন্দিত মনেৰেই শাস্ত্ৰীজীৰ এই সগৰ্ব্ব উক্তিক সমৰ্থন কৰিলে। সকলোৱে তেওঁক অকুণ্ঠ অভিনন্দন জনালে।

ধন্য শাস্ত্ৰীজী ! ধন্য লালবাহাদুৰ—ভাৰতৰ যোগ্য গুৰিয়াল।

## যুদ্ধৰ দুন্দুভি বাজে

যুদ্ধৰ দুন্দুভি বাজি উঠিল। বহুতেই ভাবিলে এই যুদ্ধত ভাৰতৰ পৰাজয় হব। কাৰণ পাকিস্তানে যুদ্ধ কৰিছে আমেৰিকাই দিয়া অস্ত্ৰ-শস্ত্ৰ, গুলী-বাৰুদ, বিমান আৰু শক্তিশালী টেংক্ লৈ। তাৰ উপৰি চীন আৰু আন আন দেশে দিয়া যুদ্ধ-সামগ্ৰীও তেওঁলোকৰ

হাতত আছে। আনহাতে ভাৰতে নিজৰ কাৰখানাত তৈয়াৰী অস্ত্ৰ লৈ যুদ্ধ কৰিছে। চুক্তি অনুসৰি, ভাৰত আৰু পাকিস্তানে ইজনে সিজনৰ বিৰুদ্ধে বিদেশী অস্ত্ৰ-সামগ্ৰী ব্যৱহাৰ নকৰিব। কিন্তু পাকিস্তানৰ নীতিৰ কোনো ঠিক নাই, চুক্তিৰ কোনো মূল্য নাই। বিদেশীৰপৰা পোৱা অস্ত্ৰেৰেই তেওঁলোক গৰ্ব্বিত—উন্মত্ত। অজেয় অমৰ আমেৰিকাৰ অসংখ্য পেটন টেঙ্ক্ তেওঁলোৰ সহায়। গতিকেই তেওঁলোকৰ আস্ফালনৰ সীমা নাই। এই যুদ্ধত পৰিণাম কি হব কোনে জানে? বহুতৰে মনত উৎকণ্ঠা—আশঙ্কা!

কিন্তু ধৰ্ম্ম আছে ভাৰতৰ সহায়। কাৰণ ভাৰতে অন্যায়ৰ বিৰুদ্ধে ন্যায় যুদ্ধ কৰিছে। সেযে আমাৰ জোৱানসকল নিৰ্ভয়।

আমাৰ জোৱানসকলৰ অভিযান আৰম্ভ হ'ল। ঘাঁটিৰ পিছত ঘাঁটি দখল কৰিলে, শত্ৰুৰ বিৰাট বিৰাট পেটন টেঙ্ক্ অকামিলা কৰি পেলালে। অসংখ্য শত্ৰুসৈন্য বন্দী কৰি, প্ৰচুৰ যুদ্ধ-সামগ্ৰী হস্তগত কৰি আমাৰ বীৰ জেৱানসকল আগবাঢ়ি গ'ল। আমাৰ সৈন্যসকল ক্ৰমে আগুৱাই গৈছে আৰু আনন্দত গোটেই ভাৰতবাসীৰ বুকু ওফন্দি উঠিছে। 'জয় জোৱান!' জয় ভাৰত!' 'শাস্ত্ৰীজীৰ জয়।' ধ্বনিত ভাৰতৰ আকাশ-বতাহ মুখৰিত হৈ উঠিল।

প্ৰধানমন্ত্ৰী শ্ৰীশাস্ত্ৰীয়ে জাতিক অভয় দিলে। ক'লে—"আজি আমি এক বিৰাট পৰীক্ষাৰ সন্মুখত আহি থিয় হৈছোঁ। এই বিপদত আমি অচল-অটল হৈ থাকিব লাগিব। আমি একতাবদ্ধ হৈ থাকিব লাগিব। ভাৰতৰ অখণ্ডতা অটুট ৰাখিবৰ কাৰণে আমি দৃঢ়-সঙ্কল্প হব লাগিব। জয় আমাৰ হবই। জয় আমাৰ অৱশ্যম্ভাৱী।" ত্যাগৰ মন্ত্ৰত দীক্ষিত, শক্তিৰ মন্ত্ৰত উদ্বুদ্ধ আমাৰ জোৱানসকলে উৎসাহ পাই আৰু বেছিকৈ আগবাঢ়ি গৈছে। পঁইচল্লিশ কোটি মানুহৰ শুভেচ্ছাৰ আশীৰ্ব্বাদ শিৰত লৈ, মৰণৰ ভয় পাহৰি বীৰ

ভাৰতীয় সৈন্যসকলে শত্ৰুৰ লগত অবিৰামভাৱে যুদ্ধ কৰিছে—মাটিত, পানীত, আকাশত। ত্ৰুটিহীন তেওঁলোকৰ পদক্ষেপ... সুশৃঙ্খল তেওঁলোকৰ অগ্ৰগতি। কাৰণ তেওঁলোকৰ পিছত আছে সুদক্ষ পৰিচালক। সুনিপুণ সমৰ নায়ক জেনাৰেল জয়ন্ত চৌধুৰী—ভাৰতীয় সেনাবাহিনীৰ সৰ্ব্বাধিনায়ক; অসম সাহসী এয়াৰ মাৰ্চাল অৰ্জ্জন সিং—বিমান বিভাগৰ অধিনায়ক; তেজীয়ান ভাইচ এড্মিৰাল চোমান—নৌ-বাহিনীৰ অধ্যক্ষ। এওঁলোকৰ সুদক্ষ পৰিচালনাত ভাৰতৰ সমৰবাহিনী সমৃদ্ধ—গৌৰৱান্বিত। সেয়ে যুদ্ধক্ষেত্ৰত আমাৰ সৈন্যবাহিনীৰ কীৰ্ত্তিকলাপ দেখি পাকিস্তান শঙ্কিত হৈ উঠিছে—বিবুদ্ধি হৈ পৰিছে।

পাকিস্তানে যেতিয়া দেখিলে পশ্চিম সীমান্তত তেওঁলোকে ভাৰতীয় বাহিনীৰ আগত তিষ্ঠিব পৰা নাই, তেতিয়া তেওঁলোকে পশ্চিমবঙ্গৰ ওপৰত আক্ৰমণ চলাবলৈ আৰম্ভ কৰিলে। বে-আইনী-ভাৱে পশ্চিমবঙ্গৰ কেবাঠাইতো অসামৰিক লক্ষ্যবস্তুৰ ওপৰত বোমা পেলাবলৈ ধৰিলে।

এই কথাত এয়াৰ মাৰ্চাল অৰ্জ্জন সিঙৰ ভীষণ খং উঠিল। তৎক্ষণাৎ তেওঁ প্ৰধানমন্ত্ৰী লালবাহাদুৰৰ ওচৰলৈ গ'ল। ক'লে—"আদেশ দিয়ক, পূব-পাকিস্তান আক্ৰমণ কৰোঁ।"

কিন্তু শাস্ত্ৰীজীয়ে বাধা দিলে। ক'লে—"ওহোঁ। পূব-পাকিস্তানৰ অধিবাসীৰ লগত আমাৰ কোনো বিবাদ নাই।"

অৰ্জ্জন সিং ক্ষান্ত হ'ল। ভাৰতে পূব-পাকিস্তান আক্ৰমণ নকৰিলে।

অৰ্জ্জন সিঙৰ সেই অনুমতি বিচৰাৰ কথা যেতিয়া কলিকতাৰ জনসভাত প্ৰধানমন্ত্ৰী শাস্ত্ৰীজীয়ে কৈছিল তেতিয়া জনতাই প্ৰবলভাৱে হাত-তালি দিছিল। কিন্তু প্ৰধানমন্ত্ৰী জনতাৰ এই আনন্দ প্ৰকাশত

সন্তুষ্ট নহ'ল। তেওঁ মৃদু তিৰস্কাৰৰ ভঙ্গিত ক'লে, "আজ তো গোচ্ছে কে উপৰ তালি বাজায়া।"

তেওঁ খণ্ডক উৎসাহ দিয়াৰ পক্ষপাতি নহয়। ধীৰ-স্থীৰভাৱে কাম কৰিবলৈ হে শাস্ত্ৰীজীয়ে ভাল পাইছিল।

যুদ্ধ পশ্চিমাঞ্চলতেই সীমাবদ্ধ থাকিল। পূৰ্ব্বাঞ্চলত বিস্তৃত নহ'ল।

ভাৰতীয় ফৌজে যিদিনাখন পাক-সীমান্ত পাৰ হৈ পাকিস্তানৰ মাটিত ভৰি দিলে, সিদিনা আকাশ ফৰকাল, ৰাতিপুৱাটো আছিল উজ্জ্বল। সোণালী সূৰ্য্য-কিৰণত চৌদিশ জল্‌মলাই উঠিছে। ভাৰতীয় জোৱানসকলে সমুখৰ ফালে চাই পঠিয়ালে—চাৰিওফালে শুকান মাটিত মাকৈ আৰু কণী-ধানৰ ধুনীয়া খেতি।

পঞ্জাবৰ সীমা পাৰ হৈ ভাৰতীয় বাহিনী লাহোৰৰ ফালে আগুৱাই গ'ল। ভাৰতীয় বৈমানিকসকলে আকাশৰপৰা বোমাবৰ্ষণ কৰিবলৈ ধৰিলে। নিমিষৰ ভিতৰতে প্ৰতিপক্ষৰ সামৰিক লক্ষ্যবস্তুবোৰ পুৰি ছাই হৈ যাবলৈ ধৰিলে। ত্ৰিশ মাইল বহল ঠাই জুৰি আৰম্ভ হ'ল ত্ৰিমুখী অভিযান। ৰণক্ষেত্ৰ ওৱাগাৰপৰা ডোগৰাইলৈকে বিয়পি পৰিল। প্ৰথম দলটো আগুৱাই গ'ল খালৰা-বাৰকি অঞ্চলৰ ফালে, দ্বিতীয় দলটো খেমকাৰান-কাচুৰ অঞ্চলত আৰু তৃতীয় দলটো ডেৰাবাবা নানক অভিমুখে।

পাকিস্তানী বাহিনী ডেৰাবাবা নানকৰপৰা পাছ-হুঁহকি যাবলৈ বাধ্য হ'ল। ইৰাৱতী নদীৰ সেতুখন তেওঁলোকে নিজেই ভাঙি পেলালে।

বিজয়ী ভাৰতীয় বাহিনী ইছগিল খালৰ সন্মুখত আহি থিয় হ'ল। লাহোৰ এতিয়া আৰু দূৰৈত নহয়। ইছগিল খালৰ পাৰত পাকিস্তানে আত্মৰক্ষাৰ কাৰণে গুলী-বাৰুদ বোজাই অসংখ্য কংক্ৰিটৰ পিলবক্স

তৈয়াৰ কৰিছিল। কিন্তু অসাধাৰণ সাহস দেখুৱাই আমাৰ জোৱান-সকলে সেই সকলো ভাঙি চুৰমাৰ কৰি পেলালে।

বাৰকি অঞ্চলত পাকিস্তানী বাহিনীয়ে তেওঁলোকৰ পিলবক্সৰ-পৰা ভয়ানকভাৱে গুলীবৰ্ষণ কৰিবলৈ আৰম্ভ কৰে। তথাপি আমাৰ জোৱানসকলে জীৱন তুচ্ছ কৰি আগুৱাই যায়। দুজন ডেকা জোৱানে একালৰ এটা ফাকেৰে পিলবক্সৰ মাজত হাত-বোমা মাৰি পঠিয়ায়। পিলবক্সৰ ৰক্ষীবিলাক ছিটিকি পৰি যায়। কিন্তু তাৰ আগতে পাকিস্তানী গুলী আহি ডেকা জোৱান দুজনৰ বুকুত সোমায়। করুণ আৰ্ত্তনাদ শুনা যায়। মুখৰপৰা ওলাই আহে -'বন্দে মাতৰম্।'

এই ডেকা জোৱান দুজনে নিজৰ জীৱন আহুতি দি বাকী জোৱানসকলক আগবাঢ়ি যোৱাৰ বাট উলিয়াই দিলে।

আন এদল জোৱান ইৰাৱতী নদী পাৰ হৈ গৈছিল। কিন্তু তেওঁলোকে দেখিলে সিপাৰেও শত্ৰুৰ ব্যাপক প্ৰস্তুতি। সাৱধান থকা ভাল। সেয়ে ভাৰতীয় ফৌজ নদী আৰু খালৰ ইপাৰলৈ আঁতৰি আহিল। কিন্তু এই ঠাইডোখৰো পাকিস্তানৰ অন্তৰ্ভুক্ত। গতিকে এইবাৰ আকৌ নতুনকৈ যাত্ৰা আৰম্ভ হ'ল।

পাকিস্তানে ভাবিছিল নেহৰু নাই, গতিকে ভাৰত অধিকাৰ কৰিবলৈ কোনো অসুবিধা নহব। শাস্ত্ৰীজী শান্তশিষ্ট মানুহ, তেওঁনো ক'ত যুদ্ধৰ মাজত আহি সোমাব। কিন্তু পাকিস্তান চঁক খাই উঠিল। একেবাৰে পাকিস্তানৰ মাটিতে যুদ্ধ! পাকিস্তানৰ আত্মা লাহোৰ বিপন্ন।

বৃটিচ প্ৰধানমন্ত্ৰী উইলচনে উদ্বেগ প্ৰকাশ কৰিলে।

কিন্ড্ মাৰ্চাল আয়ুবে ৰেডিঅ'ত কোৰাণ-চৰিফ আবৃত্তি কৰিলে।

পাক টেঙ্ক্ বাহিনীয়ে ভাৰতীয় মাটিৰ ওপৰৰপৰা চকু আঁতৰাই নিজ আত্মৰক্ষাৰ চিন্তাত মগ্ন হ'ল।

ইছগিল খাল হৈছে পাকিস্তানী সামৰিক পৰিখা। খালৰ পাৰে পাৰে শাৰী শাৰী পিলবক্স—গুলী-বাৰুদৰ ভঁৰাল। লাহোৰ ৰক্ষাৰ ইয়েই জানিবাঁ একমাত্ৰ চক্ৰব্যূহ। শিয়ালকোটৰ চাৰিওফালেও আত্মৰক্ষাৰ পকা বন্দবস্ত আছে।

পাকিস্তানে এইবাৰ নতুনকৈ ভাৰতীয় ফৌজৰ ওপৰত জঁপিয়াই পৰিল। তেওঁলোকৰ ধাৰণা হ'ল ভাৰতে হয়তো ইয়াৰ পিছত একেবাৰে লাহোৰেই অধিকাৰ কৰি পেলাব।

কিন্তু তেওঁলোকৰ ধাৰণা ভুল। ভাৰতে পাকিস্তানৰ মাটি অধিকাৰ কৰিবৰ কাৰণে যুদ্ধত অৱতীৰ্ণ হোৱা নাই। মাটি লৈ সেই অঞ্চলত পাকিস্তানৰ সৈতে ভাৰতৰ কোনো বিৰোধিতা নাই। ভাৰতে যুদ্ধত নামিছে কেৱল আত্মৰক্ষাৰ কাৰণেহে। যি ঘাটিৰপৰা পাকিস্তানে কাশ্মীৰৰ ওপৰত আক্ৰমণ চলায় সেই ঘাটি নিৰ্ম্মূল কৰি দিবৰ কাৰণেই ভাৰতে পাকিস্তানৰ মাটিত আহি উপস্থিত হৈছে।

এইভাৱেই প্ৰায় বাইশ দিন যুদ্ধ চলিল। তাৰপিছত যুদ্ধৰ উত্তেজনা পাতলি আহিল। ৰাষ্ট্ৰসঙ্ঘৰ অনুৰোধত দুয়োপক্ষই অস্ত্ৰ সংবৰণ কৰিলে।

যুদ্ধৰ পিছত দেখা গ'ল সৈন্য ক্ষয় হৈছে—ভাৰতৰ ২,৭৫৯ জন, আৰু পাকিস্তানৰ ৫,৮০০ জন। টেঙ্ক্ ক্ষতি হৈছে—ভাৰতৰ ৮০ খন, পঙ্গু হৈছে—৪৮ খন, আৰু পাকিস্তানৰ ক্ষয় হৈছে ৪৭৫ খন। বিমান ক্ষতি হৈছে—ভাৰতৰ ২৮ খন, আৰু পাকিস্তানৰ ৭৩ খন। মাটি দখল কৰিছে—ভাৰতে পাকিস্তানৰ ৪৭০ বৰ্গমাইল, আৰু পাকিস্তান অধিকৃত কাশ্মীৰৰ ২৭০ বৰ্গমাইল। পাকিস্তানে দখল কৰিছে ভাৰতৰ ২১০ বৰ্গমাইল।

ভাৰতৰেই জয় হ'ল। কিন্তু এই যুদ্ধত বহুত বীৰ জোৱানক

হেৰুৱাবলগীয়া হ'ল। ভাৰতভূমিৰ মৰ্য্যাদা আৰু অখণ্ডতা ৰক্ষাৰ কাৰণে জীৱন আহুতি দিলে—স্কোৱাড্ৰন লিডাৰ এ. কে. ঘোষ, কেপ্টেন প্ৰবাল ৰায়, মেজৰ ভূপান্দৰ সিং, হাবিলদাৰ আব্দুল হামিদ, চেকেণ্ড লেফ্টেনেণ্ট অভিজিৎ, ফ্লাইং লেফ্টেনেণ্ট ভাস্কৰ, বৈমানিক বীৰ তপনকুমাৰ, আৰু কত বীৰ জোৱানে।

ভাৰতে এই বীৰ জোৱানসকলৰ কথা কেতিয়াও নেপাহৰে। ভাৰতৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব এওঁলোকৰ বীৰত্বৰ কাহিনী।

আৰু লিখা থাকিব শ্ৰীলালবাহাদুৰ শাস্ত্ৰীৰ নাম, যাৰ আমোলত ভাৰতে এক নতুন ইতিহাস ৰচনা কৰিলে।

## ঘৰুৱা জীৱন

শাস্ত্ৰীজী প্ৰধানমন্ত্ৰী হোৱাৰ পিছত তেওঁৰ বুঢ়া দদাইদেৱেকে কৈছিল—"ল'ৰাজনৰ ইমানকালে কোনো শত্ৰু নাছিল, এইবাৰ হ'ব।"

সঁচাকৈয়ে শাস্ত্ৰীজীৰ কোনো শত্ৰু নাছিল। শান্তিপ্ৰিয় মানুহ। জীৱনত উপকাৰৰ বাহিৰে কাৰো কোনো অপকাৰ কৰা নাই। তথাপি কিন্তু ঘনিষ্ঠ বন্ধু-বান্ধৱ তেওঁৰ নাছিল বুলিলেই হয়। হৈ-চৈ কৰি অযথা সময় নষ্ট কৰিবলৈ তেওঁ ভাল নেপাইছিল। তথাপিতো সকলোৱে তেওঁক ভাল পাইছিল, শ্ৰদ্ধা কৰিছিল। ঘৰৰ মানুহৰ ওচৰত তেওঁ আছিল—'লাল', 'লালজী'। আৰু বাহিৰৰ মানুহৰ ওচৰত তেওঁ আছিল 'শাস্ত্ৰীজী'।

মাকৰ স্থান লালবাহাদুৰৰ ওচৰত সকলোৰে ওপৰত আছিল। প্ৰত্যেকটো কাম আৰম্ভ কৰাৰ আগতে তেওঁ মাকৰ ভৰিৰ ধূলি মূৰত লৈ মাকৰপৰা আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰিছিল। কোনো

ঠাইলৈ যাত্ৰা কৰাৰ আগতে মাকক সেৱা কৰি তাৰ পিছতহে তেওঁ ঘৰৰপৰা বাহিৰ হৈছিল। ভাৰতীয় আদৰ্শৰ তেওঁ আছিল মূৰ্ত্ত প্ৰতীক।

আকৌ পৰিয়ালত আৰু কৰ্ম্মক্ষেত্ৰতো গুৰুজনসকলৰ প্ৰতি যথাযোগ্য সন্মান তেওঁ সদায় দিছিল। বুঢ়া দদাইদেৱেকৰ কাৰণে তেওঁৰ ঘৰত এটা বিশেষ স্থান আছিল।

শাস্ত্ৰীজীয়ে নিজে কাকো আমনি দিব নুখুজিছিল। আনহাতে তেওঁক লৈও ঘৰৰ মানুহবিলাকে কেতিয়াও আমনি পোৱা নাই। শাস্ত্ৰীজীয়ে সামান্য নিৰামিষ আহাৰ কৰিছিল। আহাৰৰ প্ৰাচুৰ্য্য আৰু আড়ম্বৰ তেওঁ ভাল নেপাইছিল। এই অভ্যাসটো তেওঁৰ সৰুকালৰপৰাই গঢ়ি উঠিছিল। মোমায়েকৰ ঘৰত থাকিছিল ; মাক অথবা মামীয়েকে যি খাবলৈ দিছিল তাকেই তেওঁ সন্তুষ্টমনে খাইছিল। কোনো প্ৰকাৰ জেউৰ নধৰিছিল। কাৰণ তেওঁ জানিছিল জেউৰ ধৰিলেও পোৱা নেযাব। মোমায়েকহঁত দুখীয়া মানুহ। সেই অভ্যাসটো তেওঁ গোটেই জীৱনে পালন কৰি চলিছে।

পোছাকৰ ক্ষেত্ৰতো সেই একেটা কথাই আছিল। বিলাসিতা কৰাৰ সুযোগ লালবাহাদুৰে কোনো দিনেই পোৱা নাছিল। আৰু সুযোগ পালেও কৰা নাই। দেশৰ দুখীয়া মানুহৰ পোছাক ধুতী আৰু কামিজক তেওঁ মৰ্য্যাদা দি গৈছে। আনকি বিদেশতো তেওঁ এই জাতীয় পোছাক পিন্ধিয়েই গৈছিল।

তাচখন্দলৈ যোৱাৰ আগতে জনসঙ্ঘৰ নেতা বাজপেয়ীয়ে কৈছিল —"শাস্ত্ৰীজী, তাচখন্দলৈ ধুতী পিন্ধি নাযাব। ভীষণ ঠাণ্ডা।"

শাস্ত্ৰীজীয়ে হাঁহি উত্তৰ দিছিল—"এইবাৰ মই ধুতী পিন্ধিয়েই যাব লাগিব।"

কথাষাৰ তেওঁ বিদ্ৰূপ কৰি কৈছিল। কিন্তু সিয়ে যে এনেকৈ কৰুণ বাস্তৱ হৈ উঠিব সেই কথা কোনে জানিছিল ?

এবাৰ এজনে ঠাট্টা কৰি কৈছিল– 'ধুতী পিন্ধা জাতিয়ে আকৌ কি যুদ্ধ কৰিব ?'

কথাষাৰ শুনি শাস্ত্ৰীজীৰ খং উঠিছিল। ধুতী পিন্ধা জাতিয়েও যে যুদ্ধ কৰিব পাৰে ভাৰতৰ কেইজনমান বীৰ যোদ্ধাৰ কাহিনী উল্লেখ কৰি তেওঁ তাক প্ৰমাণ কৰি দিছিল।

জাতীয় পোছাকৰ প্ৰতি যে শাস্ত্ৰীজীয়ে কিমান মৰ্য্যাদা দিছিল তাৰ প্ৰমাণ এইবোৰ ঘটনাৰপৰাই জনা যায়।

শাস্ত্ৰীজীৰ জীৱনত পুৰণি আৰু নতুনৰ সমন্বয় ঘটিছিল। অথচ দুয়োটাতে তেওঁ আচৰিতভাৱে নিজক খাপ খুৱাই লৈছিল। তেওঁৰ সহধৰ্ম্মিণী ললিতা দেৱীৰ ভিতৰত আছে চিৰন্তন ভাৰতীয় নাৰীৰ আদৰ্শ। বৰ্ত্তমান কালৰ নানা প্ৰতিকূলতাৰ মাজতো তেওঁ যে নিজকে খাপ খুৱাই লব পাৰিছে তাৰ মূলতো শাস্ত্ৰীজী। কাৰণ শাস্ত্ৰীজীৰ মাজত কোনো আচাৰী বা আদৰ্শবাদী উগ্ৰতা নাছিল।

'সকলো দেশৰ সংস্কৃতিৰ বতাহ মোৰ ঘৰৰ ওপৰেদি অবাধে বৈ যাওক, কিন্তু মোৰ মূল উঘালি পেলাব মই নিদিওঁ।' - গান্ধীজীৰ এই কথাৰ দৃষ্টান্ত আছিল শাস্ত্ৰীজী।

শাস্ত্ৰীজীক দেশৰ মানুহে ভাল পাইছিল তাৰ কাৰণ তেওঁৰ চৰিত্ৰবল। যেতিয়া যি কৰ্ত্তব্য আগত আহি পৰিছে, সাধ্য অনুসৰি তাক তেওঁ পালন কৰিছে। তত্ত্ব লৈ চিন্তা-ভাবনা কৰি থকা নাই। তেওঁ কেতিয়াও উচ্চাকাঙ্ক্ষাৰ পৰিচয় দিয়া নাই। তেওঁ আছিল নিৰ্লোভী—নিস্পৃহ। তেওঁৰ আটাইতকৈ ডাঙৰ গুণ আছিল বিনয়।

কিছুমানে তেওঁক টেণ্ডনজীৰ মুন্সী, বহুতে আকৌ নেহৰুজীৰ

মুন্সী বুলি ঠাট্টা কৰিছিল। কিন্তু তেওঁলোকে স্বামী বিবেকানন্দৰ এটি পৰম সত্য উক্তিৰ তাৎপৰ্য্য হয়তো নেজানে অথবা উপেক্ষা কৰিছে। স্বামীজীয়ে কৈছে—"আজ্ঞাবহতা আৰু নম্ৰতাৰ মাজেদিয়েই প্ৰকৃত কৰ্ম্মীয়ে শক্তি সঞ্চয় কৰে।"

লালবাহাদুৰেও তাকেই কৰিছিল। গোটেই জীৱনেই তেওঁ শক্তি সঞ্চয় কৰিছে। ডেকা বয়সত বাৰাণসীত ডাঃ ভগৱান দাস টেগুনৰ ওচৰত তেওঁ শাস্ত্ৰ আৰু দৰ্শন চৰ্চ্চা কৰিছে। সেই মনীষীৰ প্ৰভাৱে লালবাহাদুৰৰ জীৱনক বহুত পৰিমাণে প্ৰভাৱিত কৰিছিল। শাস্ত্ৰ আৰু দৰ্শন চৰ্চ্চাৰ ফল শাস্ত্ৰীজীৰ জীৱনত সঁচাকৈয়ে ফলিয়াইছিল।

এজন মনীষীয়ে কৈছে—'মানুহক যদি জানিব খোজা তেনেহলে তেওঁক ক্ষমতা দিয়া।' এই কথাষাৰৰ সত্যতা অস্বীকাৰ কৰিব নোৱাৰি। ক্ষমতা একপ্ৰকাৰ ৰাগিয়াল বস্তুৰ দৰে। ক্ষমতালাভৰ ৰাগি বহুত। ইয়াৰ ৰাগিত বহুত ধীৰ-স্থিৰ বুদ্ধিমান মানুহেও মাত্ৰাজ্ঞান হেৰুৱাই পেলায়। কিন্তু শাস্ত্ৰীজীক ক্ষমতাই ৰাগি লগাব পৰা নাই, মতলীয়া কৰা দূৰৰ কথা। সাধাৰণ কংগ্ৰেচ কৰ্ম্মী থাকোঁতে তেওঁ যি আছিল, মন্ত্ৰী হৈ আনকি প্ৰধানমন্ত্ৰী হোৱাৰ পিছতো তেওঁ সেই একেই থাকি গৈছে। যি মানুহৰ ওচৰত মন্ত্ৰিত্ব লাভ আৰু মন্ত্ৰিত্ব ত্যাগৰ মাজত কোনো প্ৰভেদ নাই, তেওঁৰ ভিতৰত অহঙ্কাৰ থাকিব নোৱাৰে। সকলো অৱস্থাতে সকলো মানুহৰ কাৰণে শাস্ত্ৰীজীৰ মনৰ দুৱাৰ একেভাৰেই মুকলি আছিল। অৱশ্যে প্ৰধানমন্ত্ৰীৰ ক্ষমতাত অধিষ্ঠিত হোৱাৰ পিছত বাহিৰত দেখাত নম্ৰ সাধাৰণ মানুহজনৰ ভিতৰত লুকাই থকা তেজস্বী পুৰুষজনৰ পৰিচয় জল্‌জল্‌-পট্‌পট্‌ কৰে ওলাই পৰিছে।

## বিশ্বভাৰতীৰ আচাৰ্য্য

### ( শান্তিনিকেতনত সমাৱৰ্ত্তন উৎসৱত ভাষণ )

বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে প্ৰাচীন ভাৰতীয় আদৰ্শ আৰু আৰ্হিত এটি আদৰ্শ বিশ্ববিদ্যালয় গঢ়ি তুলিছে—নাম দিছে "বিশ্ব-ভাৰতী"। পৃথিৱীৰ সকলো ঠাইৰে শিক্ষাব্ৰতী আহি ইয়াত সমবেত হৈছে, যেন ভাৰতী আইয়ে বিশ্বৰ সন্তানক তেওঁৰ কোলাত চেনেহেৰে আঁকোৱালি লৈছে। বৰ্ত্তমান পশ্চিমবঙ্গৰ বোলপুৰৰ তিনি মাইল উত্তৰে, কলিকতাৰ ৯২ মাইল পূবে ধুনাযা প্ৰাকৃতিক সৌন্দৰ্য্যৰ স্নিগ্ধ পৰিৱেশত কবিগুৰুৱে এই বিশ্ববিদ্যালয় কেন্দ্ৰ স্থাপন কৰিছে—নাম দিছে "শান্তিনিকেতন"। ৰঙামাটিৰ এই মুকলি ঠাইখনত ভৰি দিলেই মন ৰঙেৰে ভৰি পৰে, যেন কোনো ঋষি-মুনিৰ পৱিত্ৰ আশ্ৰম, কোনো তপস্বীৰ তপোবন। সঁচাকৈয়ে 'শান্তিনিকেতন' শান্তিৰ আশ্ৰম, শিক্ষাব্ৰতীৰ তপোবন।

লালবাহাদুৰ শাস্ত্ৰী এই বিশ্বভাৰতীৰে আচাৰ্য্য।

১৯৬৫ চন। বিশ্বভাৰতীৰ সমাৱৰ্ত্তন উৎসৱ। 'আম্ৰকুঞ্জ'ত আমগছৰ ছাঁত সমাৱৰ্ত্তন উৎসৱৰ সভা বহিছে। উত্তৰীয় পৰিধান কৰি মধ্যস্থলৰ আসনত বহি আছে আচাৰ্য্যদেৱ—লালবাহাদুৰ শাস্ত্ৰী, সমবেত ছাত্ৰ-ছাত্ৰী-অধ্যাপক গুণী-জ্ঞানী সমজুৱাৰ মাজত। মুখত হাঁহি নাই। গভীৰ চিন্তাৰ ছাপ চুটি-চাপৰ মানুহগৰাকীৰ ক্লান্ত আৰু কৰুণ চকুত।

ৰাজনৈতিক জগতৰপৰা ভিন্ন এক জগতত আহিছে শাস্ত্ৰীজী। শ্ৰীনেহৰুৱে কৈছিল—"শান্তিনিকেতন মোৰ তীৰ্থস্থান।" শাস্ত্ৰীজীয়ে কৈছিল—"শান্তিনিকেতনৰ কথা মনত পৰিলেই আনন্দত মোৰ মন

উপচি পৰে। ঠিক যেন ভাব হয়, কোনোবাই আকৌ গুৰুদেৱৰ চৰণৰ ওচৰত বহিবলৈ আহিছে। শান্তিনিকেতন—সি যেন এটি কবিতা, কেৱল আখৰৰ দ্বাৰা যি কবিতা ৰচিত নহয়।”

আজি শাস্ত্ৰীজী সেই শান্তিনিকেতনলৈকেই আহিছে। কিন্তু মনৰপৰা তেওঁ বাহিৰৰ চিন্তাক আঁতৰ কৰি দিব পৰা নাই। যোৱাকালি ব্ৰহ্মদেশৰপৰা উভতি আহিছে প্ৰধানমন্ত্ৰী লালবাহাদুৰ। তাত তেওঁৰ শুভেচ্ছা পৰিভ্ৰমণ সফল হৈছে। এইবাৰ যাব লাগিব তাচখন্দলৈ। ভাৰত আৰু পাকিস্তান—দুই উপমহাদেশৰ শান্তিৰ সন্ধানত তেওঁ সুদূৰ বিদেশলৈ যাব। সেই চিন্তা—সেই ভাবনা··· হয়তো তেওঁ বাৰে বাৰে অন্যমনস্ক হৈ পৰিছে।

শান্তিনিকেতনৰ ‘আম্ৰকুঞ্জ’ত বহুত বিশিষ্ট ব্যক্তিৰ সমাৱেশ হৈছে। শাস্ত্ৰীজীৰ সোঁহাতে বহিছে পশ্চিমবঙ্গৰ ৰাজ্যপাল শ্ৰীমতী পদ্মজা নাইডু, বাঁওহাতে বিশ্বভাৰতীৰ উপাচাৰ্য্য শ্ৰীসুধীৰঞ্জন দাস, তেওঁৰ দাঁততে নিমন্ত্ৰিত অতিথি জম্মু আৰু কাশ্মীৰৰ ৰাজ্যপাল ডঃ কৰণ সিং।

কেইজনীমান ছোৱালীয়ে আগবাঢ়ি আহি শাস্ত্ৰীজীক চন্দনৰ ফোট দি সাদৰে বৰণ কৰিলে। তাৰপিছত আৰম্ভ হ’ল নিৰ্দ্দিষ্ট বক্তাসকলৰ ভাষণ। ভাষণ শেষ হ’লত শাস্ত্ৰীজীয়ে আসনৰপৰা উঠি আহি উপাধি বিতৰণ কৰিলে। শান্ত, নম্ৰ আৰু সহজ ভঙ্গিৰ এজন সৰল মানুহ—কোনে কব এখেতেই ভাৰতৰ প্ৰধানমন্ত্ৰী।

অৱশেষত আচাৰ্য্যৰ ভাষণ দিয়াৰ সময় উপস্থিত হ’ল। লাহেকৈ থিয় হ’ল শাস্ত্ৰীজী, জেপৰপৰা এখন লিখিত ভাষণ উলিয়ালে, তাৰপিছত তেওঁ শান্ত গহীন সুৰত পঢ়িবলৈ আৰম্ভ কৰিলে—

“পৃথিৱীত মানুহৰ অস্তিত্ব যদি অটুট ৰাখিব লাগে, তেনেহলে মানুহে পৰস্পৰৰ মাজত সংঘাতৰ অৱসান ঘটাব লাগিব। তেওঁলোকে

নিজৰ নিজৰ প্ৰতিবেশীৰ লগত শান্তি আৰু মিলাপ্ৰীতিৰে বাস কৰিব লাগিব। শান্তিয়েই সকলো সমস্যা সমাধানৰ একমাত্ৰ পথ।

"পৃথিৱী আজি পাৰমাণৱিক শক্তিৰ বিপুল সম্ভাৱনাৰ মাজত আছে। কিন্তু শান্তি আৰু মানুহৰ মঙ্গলৰ কামত ব্যৱহাৰ কৰাৰ পৰিৱৰ্ত্তে ধ্বংসাত্মক পথত সেই শক্তিৰ অপব্যৱহাৰৰ চেষ্টাই বেছি চলিছে। সেই শক্তিক যদি জনকল্যাণ আৰু সমাজৰ গঠনমূলক কামত ব্যৱহাৰ কৰা হ'লহেতেন তেনেহলে পৃথিৱী আজি অপৰূপ হৈ উঠিলেহেতেন।

"আজি ছাত্ৰসকলৰ দায়িত্ব বহুত। ধৰ্ম্মঘট, বিক্ষোভ—এইবোৰ অশান্ত পৰিৱেশৰপৰা তেওঁলোকে আঁতৰি থাকিব লাগিব। শান্ত পৰিৱেশৰ মাজত তেওঁলোকে অধ্যয়নত মনোনিৱেশ কৰিব লাগিব। এই বিষয়ত দেশৰ ছাত্ৰ-সমাজক বিশ্বভাৰতীৰ বিদ্যাৰ্থীসকলে নেতৃত্বৰ পথ দেখুৱাব। তেওঁলোকে সক্ৰিয় ৰাজনীতিৰপৰা আঁতৰি থাকিব লাগিব; সাম্প্ৰদায়িক আৰু বৰ্ণগত বৈষম্যৰ ওপৰত উঠিব লাগিব।

"স্বদেশ-প্ৰেমেই বিদ্যাৰ্থীসকলৰ সকলো কামৰ প্ৰেৰণা হওক। 'সৰ্ব্ব প্ৰথমে ভাৰত বাকী সকলো তাৰ পিছত'—এয়ে হওক বিদ্যাৰ্থী-সকলৰ জীৱন-মন্ত্ৰ। তেওঁলোকে যদি এই পথ অনুসৰণ কৰে তেনেহলে ভাৰতৰ ভৱিষ্যৎ নিশ্চয় উজ্জ্বল হৈ উঠিব।"

চুটি ভাষণ। কিন্তু কিমান তাৎপৰ্য্যপূৰ্ণ। সমবেত ছাত্ৰ-ছাত্ৰী, জনমণ্ডলীয়ে মন্ত্ৰমুগ্ধৰ দৰে শাস্ত্ৰীজীৰ এই সুন্দৰ ভাষণ শুনিলে।

শাস্ত্ৰীজীৰ সহধৰ্ম্মিণী শ্ৰীমতী ললিতা দেৱীও আহিছে। কপালত তেওঁৰ ডাঙৰকৈ পিন্ধা সেন্দুৰৰ ফোট। তেওঁ বহিছে সমজুৱাৰ মাজত।

শান্তিনিকেতনৰ দুটা উল্লেখযোগ্য ঘৰ—'উদয়ন' আৰু 'শ্যামলী'। শ্ৰীনেহৰুৱে শান্তিনিকেতনলৈ আহিলে উদয়নত থাকিবলৈ লৈছিল। পকী-ঘৰ, আধুনিক আড়ম্বৰৰ তাত অভাৱ নাই। কিন্তু শাস্ত্ৰীজীয়ে আহি শ্যামলীত থাকিবলৈ লৈছে। তেওঁ নিজেই বাছি লৈছে এই

স্নিগ্ধ সৰু আড়ম্বৰহীন মাটিৰ ঘৰটো। ভাৰতৰ নঙঠা ফকীৰ গান্ধীজী যেতিয়া প্ৰথম শান্তিনিকেতন পৰিদৰ্শন কৰিবলৈ আহে তেতিয়া কবিগুৰুৱে এই আড়ম্বৰহীন মাটিৰ ঘৰটো সজাই তেওঁক তাতেই থাকিবলৈ দিয়ে আৰু 'শ্যামলী' নামাকৰণ কৰি গান্ধীজীৰ নামতেই তাক উচৰ্গা কৰে। গান্ধীজীৰ দৰে শাস্ত্ৰীজীৰ ওচৰতো 'শ্যামলী' পৰম প্ৰিয় হৈ উঠিছে। মাটিৰ ঘৰত ডাঙৰ-দীঘল হোৱা মানুহ, প্ৰধানমন্ত্ৰী হোৱাৰ পিছতো মাটিৰ ঘৰেই এতিয়াও তেওঁৰ ওচৰত প্ৰিয় হৈ আছে।

সমাৱৰ্ত্তন উৎসৱ সমাপ্ত হ'ল? যেনেকৈ নিশব্দে আহিছিল, তেনেকৈয়ে নিশব্দে গুচি গ'ল শাস্ত্ৰীজী। তেওঁ যে আৰু বহুত ঠাইলৈ যাব লাগিব। বহুত কাম কৰিব লাগিব। সম্মুখত দীঘল পথ, বিপুল কৰ্ম্মভাৰ।

শান্তিনিকেতনে শাস্ত্ৰীজীক বিদায় সম্ভাষণ জনালে। শেষ বিদায় সম্ভাষণ।

এৰা, বিশ্বভাৰতীয়ে সিদিনা জনা নাছিল তেওঁলোকৰ আচাৰ্য্যক জনোৱা এই বিদায় সম্ভাষণেই শেষ বিদায় সম্ভাষণ।

## অকণিহঁতৰ বন্ধু—শিশুসুলভ মন

চেহেৰাৰ ফালৰপৰা সৰু হৈ থকাৰ দৰে, বুঢ়া বয়সলৈকে শাস্ত্ৰীজীৰ মনটোও সৰু ল'ৰাৰ দৰেই হৈ আছিল। সেয়ে অকণি-হঁতেই আছিল তেওঁৰ ডাঙৰ আৰু শ্ৰেষ্ঠ লগ। কামৰ ব্যস্ততাৰ মাজত যেতিয়াই তেওঁ সময় পাইছিল তেতিয়াই গৈ সৰু সৰু ল'ৰা-ছোৱালীবিলাকৰ লগ লৈছিল আৰু সিহঁতৰ লগত ধেমালি-ধুমুলা কৰি আপোন-পাহৰা হৈ পৰিছিল। শ্ৰীনেহৰুৰ দৰে

লালবাহাদুৰেও অকণিহঁতক বৰ মৰম কৰিছিল, সিহঁতৰ লগত উমলি বৰ ৰং পাইছিল। এদিন তেওঁ নিজেই কৈছিল—"মই ... কঁটীয়া মানুহ যে ডাঙৰ সকলে কোনেও মোৰ লগত খেলিব নোখোজে। সেই কাৰণে মই তোমালোকৰ লগত খেলিব আহোঁ।"

লালবাহাদুৰে ল'ৰাকালৰেপৰা খেল-ধেমালি আৰু ব্যায়াম চৰ্চ্চা কৰি ভাল পাইছিল। তেওঁ বেড্‌মিণ্টন খেলত বৰ পাকৈত আছিল।

অকণিহঁতেও লালবাহাদুৰক বৰ ভাল পাইছিল। তেওঁক পালে সিহঁত ইমান আনন্দিত হৈ উঠিছিল যে তেওঁৰ হাতত ধৰি সিহঁতে উলাহতে ঘূৰি ঘূৰি নাচিবলৈ আৰম্ভ কৰি দিছিল। তেতিয়া লালবাহাদুৰে কৈছিল—"তোমালোকৰ নিচিনা সৰু কাৰণেই তোমালোকে মোৰ লগত ধেমালি কৰি ভাল পোৱা, নহয় জানো।" কেতিয়াবা আকৌ তেওঁৰ কথা-বতৰাত কোনো অকণিয়ে আচৰিত হৈ তেওঁৰ ফালে চাই থাকিছিল। তেতিয়া তেওঁ কৈছিল—"মইতো তোমালোকৰে এজন।"

শাস্ত্ৰীজীয়ে নিজৰ শৰীৰ সুস্থ আৰু সবল ৰাখিবৰ কাৰণে নিতৌ যোগ-ব্যায়াম কৰিছিল। টেনিচ তেওঁৰ বৰ প্ৰিয় খেল আছিল। নিজে যেনেকৈ খেলিবলৈ ভাল পাইছিল, তেনেকৈ খেল-ধেমালি চোৱাতো তেওঁ বৰ আগ্ৰহশীল আছিল। সুযোগ পালেই তেওঁ খেল-পথাৰলৈ গৈছিল খেল চাবৰ কাৰণে।

এবাৰ এজন ল'ৰাই তেওঁক সুধিছিল—"শাস্ত্ৰীজী, আপোনাৰ সৰুকালৰ কোনো ছবি নাই?" তেওঁ তেতিয়া হাঁহি উত্তৰ দিছিল, "মোৰ দেউতা বৰ দুখীয়া মানুহ আছিল। আমাৰ টকা-পইচা প্ৰায় নাছিলেই। সেয়ে সৰুকালত মোৰ ফটো তোলা হোৱা নাই।"

শাস্ত্ৰীজীয়ে অকণিহঁতক ভাল পাইছিল, সেই কাৰণে অকণি-ওচৰলৈ যাব খুজিছিল।

পাকিস্তানে ভাৰত আক্ৰমণ কৰাৰ সময়ৰ এটি ঘটনা। সিদিনা আছিল ১৯৬৫ চনৰ ৩১ অক্টোবৰ। প্ৰধানমন্ত্ৰী শাস্ত্ৰী আহিৰ কলিকতাৰ জনসভাত বক্তৃতা দিবৰ কাৰণে। দমদম বিমান-বন্দৰৰ-পৰা ৰাজভৱনলৈকে আঠ মাইল বাটৰ দুয়ো কাষে অসংখ্য মানুহ—ল'ৰা-বুঢ়া-ডেকা, মতা-তিৰোতা, আগ্ৰহেৰে অপেক্ষা কৰি আছে শাস্ত্ৰীজীক অভ্যৰ্থনা কৰিবৰ কাৰণে, চাই চকু জুৰাবৰ কাৰণে।

কিছু সময়ৰ পিছত দেখা গ'ল দূৰৈত খোলা গাড়ীত বগা ধুতী, বগা চোলা আৰু তাৰ ওপৰত জৱাহৰ-কোট পিন্ধা এজন চুটি-চাপৰ মানুহ—হাতযোৰ কৰি থিয় দি আছে। তেওঁৰ মূৰত গান্ধীটুপী, মুখত মিঠা হাঁহি। হাজাৰ হাজাৰ জনতাৰ কণ্ঠত ধ্বনি উঠিল—"শাস্ত্ৰীজী কি জয়।" ক'লা ৰঙৰ গাড়ীখন আগবাঢ়ি আহি আছে। এঠাইত গাড়ীখন ওচৰ আহি পাওঁতেই জনতাৰ মাজৰপৰা এটি ল'ৰা তাৰ লগৰীয়াবিলাকেৰে সৈতে হাতত ফুলৰ মালা লৈ ৰাস্তাৰ মাজলৈ আগবাঢ়ি গ'ল। পুলিচবোৰে হৈ-চৈ কৰি উঠিল। এতিয়া ইয়াত ৰাস্তাৰ মাজলৈ অহাটো বেআইনী। সৰু ল'ৰাবোৰে শিশু আইন-চাইন নুবুজে। সিহঁতে যাব খোজে সিহঁতৰ প্ৰিয় প্ৰধানমন্ত্ৰীৰ ওচৰলৈ। প্ৰধানমন্ত্ৰীক সিহঁতৰ শ্ৰদ্ধাৰ অৰ্ঘ্য দিব।

গাড়ীৰপৰা শাস্ত্ৰীজীয়ে ঘটনাটো দেখিবলৈ পালে। তেওঁ তৎক্ষণাৎ হাত দাঙি কৈ উঠিল—"বচ্চা লোগোকো মেৰে পাচ আনে দো।"

পুলিচ-বিষয়াসকল থত্‌মত্‌ খাই গ'ল। প্ৰধানমন্ত্ৰীৰ আদেশ! অমান্য কৰাৰ উপায় নাই। ল'ৰাবিলাকক যাবলৈ দিলে। ল'ৰাৰ দলটো হাঁহি হাঁহি সগৰ্বে আগুৱাই গ'ল, শাস্ত্ৰীজীৰ ডিঙিত পিন্ধাই দিলে ফুলৰ মালা। শাস্ত্ৰীজীয়ে হাঁহি হাঁহি আগ্ৰহেৰে অকণিহঁতৰ অভ্যৰ্থনা গ্ৰহণ কৰিলে।

ইমান সময় জনতাই কি ঘটে চাবৰ কাৰণে নীৰৱে থিয় হৈ আছিল। মালা পিন্ধাই দি এজন ল'ৰাই চিঞৰি উঠিল—"প্ৰধানমন্ত্ৰী কি জয়!" লগে লগে জনতাৰ মাজত হাজাৰ হাজাৰ কণ্ঠত ধ্বনি উঠিল—"প্ৰধানমন্ত্ৰী কি জয়!" "শাস্ত্ৰীজী কি জয়⋯।"

আবেলি কলিকতাৰ কেন্দ্ৰস্থানত অৱস্থিত বিশাল মুকলি পথাৰত বিৰাট জনসভা—ইমান ডাঙৰ জনসভা ইয়াৰ আগেয়ে বৰ বেছি হোৱা নাই। শাস্ত্ৰীজীয়ে বক্তৃতা-মঞ্চত উঠি বিশ লাখৰো অধিক সমবেত নৰ-নাৰীৰ উদ্দেশ্যে উচ্চকণ্ঠে ক'লে—"জয় জোৱান! জয় কিষাণ! জয় হিন্দ!" জনতাই মন্ত্ৰমুগ্ধৰ দৰে সমবেত কণ্ঠে চিঞৰি উঠিল—"জয় জোৱান! জয় কিষাণ! জয় হিন্দ!"

প্ৰধানমন্ত্ৰীৰ কণ্ঠত আবেগ নাছিল, কিন্তু আছিল গভীৰ প্ৰত্যয়। তেওঁ ক'লে —"যি কোনো বিপদ, সি পাকিস্তানী আক্ৰমণেই হওক নাইবা আন যি কোনো ৰাষ্ট্ৰৰেই আক্ৰমণ হওক ভাৰতে তাৰ মোকাবিলা কৰিব আৰু জয়ী হবই।" জনতাৰ মাজত দীৰ্ঘ হাত-চাপৰি বাজিবলৈ ধৰিলে—হাত-চাপৰি দি প্ৰধানমন্ত্ৰীক সকলোৱে সমৰ্থন জনালে।⋯

অকণিহঁতৰ বন্ধু শাস্ত্ৰীজীৰ মনটো শিশুৰ দৰে সহজ সৰল আছিল যদিও আৱশ্যক হ'লে যি কোনো কঠিন সমস্যাৰ সম্মুখীন হব পৰা মনোবল আৰু দৃঢ়তাও তেওঁৰ আছিল।

শাস্ত্ৰীজীৰ মন যে শিশুৰ দৰে সৰল আছিল কিছুমান ঘটনাৰ মাজেদি তাৰ স্পষ্ট পৰিচয় ওলাই পৰিছিল। তেওঁ বিভাগ-বিহীন মন্ত্ৰী হৈ থকাৰ সময়ৰ ঘটনা। শ্ৰীনেহৰু তেতিয়া প্ৰধানমন্ত্ৰী। কাশ্মীৰত নানা ৰকমৰ গোলমাল চলিছে। লালবাহাদুৰক তালৈ পঠোৱাৰ দৰকাৰ হ'ল। কিন্তু তেতিয়া আছিল শীতকাল, কাশ্মীৰত তেতিয়া হাড়-কঁপোৱা জাৰ। ইপিনে চিৰ-দুখীয়া লালবাহাদুৰৰ

কোনো ভাল গৰম কোট নাই। জৱাহৰলালে তেওঁৰ নিজৰ এটা গৰম কোট লালবাহাদুৰৰ গাত পিন্ধাই দিলে। সেই কোট পিন্ধিয়েই শাস্ত্রীজী কাশ্মীৰলৈ গ'লগৈ। কোৱা বাহুল্য শাৰীৰিক গঠনৰ ফালৰপৰা নেহৰুজীৰ সেই কোটটো শাস্ত্রীজীৰ গাত বহুত ডাঙৰ হৈছিল।

এই ঘটনাৰ কথা আৰু নেহৰুজীৰ কোট পিন্ধা অৱস্থাত শাস্ত্রীজীৰ ফটো বাতৰিকাকতত প্ৰকাশ হ'ল। এই কোটৰ কথা লৈ কত মানুহে ঠাট্টা-বিদ্ৰূপ কৰিলে। দেশ-বিদেশৰ বাতৰিকাকতত কত কাৰ্টুন ছপা হৈ ওলাল। কিন্তু লালবাহাদুৰে তালৈ ভ্ৰূক্ষেপ নকৰিলে। ককায়েকৰ চোলা জানো ভায়েকে নিপিন্ধে? সৰল মনৰ মানুহ লালবাহাদুৰে ইয়াৰ বাহিৰে আন একো নাভাবিলে।

শিশুসুলভ মন নহ'লে অন্ততঃ দেশৰ এজন মন্ত্রী হৈ এই কথা এইদৰে ভাবিব নোৱাৰিলেহেঁতেন। সঁচাকৈয়ে তেওঁ সহজ সাধাৰণ মানুহ আছিল। সেই কথা তেওঁ নিজেও স্বীকাৰ কৰিছিল। কথা প্ৰসঙ্গত বহুতবাৰেই তেওঁ কৈছে, "মই প্ৰকৃততে মজলীয়া।" আৰু কৈছে "ডাঙৰ সকলেতো মোক লগ দিব নোখোজে, সেয়ে বয়সত ডাঙৰ হৈও মই অকণিহঁতৰ লগত উমলোঁ।" তেওঁ কয়, "ওখই মই পাঁচ ফুট মাত্ৰ, সেয়ে ভিৰৰ মাজত হেৰাই যাবলৈ মোৰ অসুবিধা নহয়।" নিজক তেওঁ কেতিয়াও ডাঙৰ বুলি নাভাবিছিল। সেয়ে কৈছিল—"মই সৰু নেতা।" সাধাৰণ মানুহৰ দৰে জনসাধাৰণৰ এজন হৈয়ে থাকিবলৈ তেওঁ ভাল পাইছিল। সেয়ে ১৯৬৪ চনত কামৰাজ পৰিকল্পনা অনুসৰি তেওঁ মন্ত্রিত্ব ত্যাগ কৰি সাধাৰণ মানুহৰ মাজলৈ নামি আহিছিল। তথাপি জনসাধাৰণৰ ওচৰত শাস্ত্রীজী প্ৰিয় নেতা—সকলোৱে তেওঁক মৰম কৰে, শ্ৰদ্ধা কৰে।

## খুহুটীয়া লালবাহাদুৰ

গুণী মানুহৰ গুণৰ অন্ত নাই। শাস্ত্ৰীজী গুণী মানুহ—তেওঁৰ বহুত গুণ। দেখাত লালবাহাদুৰক বেছ গহীন মানুহ যেন লাগে। কিন্তু আচলতে তেওঁ একেবাৰেই গহীন প্ৰকৃতিৰ মানুহ নহয়। তেওঁ ৰঙিয়াল মানুহ। অন্তৰখন তেওঁৰ ৰঙৰ ৰহঘৰা, শিশুৰ দৰে মনটো তেওঁৰ মিঠা কথাৰ মৌ-কোঁহ। সুবিধা পালেই লালবাহাদুৰে খুহুটীয়া কথা কৈছিল, সেই কথা শুনি মানুহৰ হাঁহি উঠিছিল।

১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনৰ ঠিক আগৰ কথা। শাস্ত্ৰীজী তেতিয়া স্বৰাষ্ট্ৰ মন্ত্ৰী। তেখেতে ভাৰতৰ বিভিন্ন ঠাইত নিৰ্ব্বাচনী বক্তৃতা দি ঘূৰি ফুৰিছে। এদিন এক মহানগৰীত বিৰাট এক জনসভাত তেওঁ বক্তৃতা দি আছে। বক্তৃতা-মঞ্চত বহি আছে কেবাগৰাকী বিশিষ্ট আঞ্চলিক নেতা। কথাপ্ৰসঙ্গত বক্তৃতাৰ মাজতে শাস্ত্ৰীজীয়ে ক'লে, "মইতো অকণমান মানুহ—সৰু নেতা। ডাঙৰ নেতা হ'ল এখেত। এইবুলি তেওঁৰ বাঁওহাতে বহি থকা নেতাগৰাকীলৈ আঙুলিয়াই দেখুৱালে। তাৰপিছত মিচিকিয়া হাঁহিৰে আকৌ ক'লে, "এখেতৰ আৰু মোৰ তুলনা কৰিলেই সেই কথা আপোনালোকে সহজে বুজিব পাৰিব।" জনতাৰ মাজত হাঁহিৰ ৰোল উঠিল। সেই নেতাজন আছিল বিৰাট শকত-আৱত মানুহ—আকৃতিত শাস্ত্ৰীজীৰ কেবা গুণ। আন কথাপ্ৰসঙ্গত আকৌ শাস্ত্ৰীজীয়ে তেওঁৰ সোঁহাতে বক্তৃতা-মঞ্চত বহি থকা আন এগৰাকী নেতাক আঙুলিয়াই দেখুৱাই তেখেতৰ প্ৰশংসা কৰি ক'লে, "এখেত আমাৰ গুৰু, আমাৰ নেতাৰ নেতা। আমাৰ নেতাসকল অচল হৈ পৰিলে এখেতে বেজি দি তেওঁলোকক সচল কৰি তোলে—টিকাত এনেকুৱা একোটা বেজি সুমুৱাই দিয়ে যে নৰিয়াপাটী এৰি তেওঁলোক

আহি থিয় হয়হি বক্তৃতা-মঞ্চত।" হাঁহিৰ খলকনিত সভাস্থলী ভৰি পৰিল। চাৰিওফালে 'হয় হয়, সঁচা কথা, ঠিক কথা' ধ্বনি উঠিল। কাৰণ সেই নেতাগৰাকী ভাৰতৰ এজন বিখ্যাত ডাক্তৰ।

এইদৰে শাস্ত্ৰীজীয়ে ৰাজনীতিৰ গভীৰ তত্ত্বৰ মাজতে আবদ্ধ নাথাকি খুহুটীয়া কথাৰে ৰাজনৈতিক বক্তৃতাকো ৰসাল কৰি তুলিছিল। বক্তৃতাৰ মাজে মাজে খাপ-খোৱাকৈ খুহুটীয়া কথাৰ অৱতাৰণা কৰি তেওঁ জনতাক শেষলৈকে আমনি নলগাকৈ ৰাখিছিল।

সাধাৰণ কথাৰ মাজতো লালবাহাদুৰে খুহুটীয়া কথা কৈ লগৰ মানুহৰ হাঁহি তুলিছিল। এবাৰ এঠাইত এদল ল'ৰাই সুবিধা পাই লালবাহাদুৰক বেৰি ধৰিলে। তেওঁলোকৰ হাতে হাতে একোটিকৈ সৰু সৰু বহী, কিছুমানৰ হাতত একোখিলা বগা কাগজ। সকলোৱে শাস্ত্ৰীজীৰ ফালে বহী-কাগজবোৰ আগবঢাই দিলে—'অটোগ্ৰাফ' লাগে। হাঁহি হাঁহি তেওঁ ল'ৰাবিলাকৰ মনোবাঞ্ছা পূৰ্ণ কৰিলে। শেষৰ ল'ৰাজনৰ খালী কাগজখিলাত চহী এটা দি ঘূৰাই দিবৰ সময়ত শাস্ত্ৰীজীয়ে কৈ উঠিল—"এইচে ব্লেঙ্ক কাৰ্ডমে কভি চহী নেই লেনা। কোন্ জানে আপ চহীকে উপৰ নেই লিখ লিজিয়েগা —দো-হাজাৰ ৰূপেয়া পায়!"

ল'ৰাবোৰ প্ৰথমে থত্‌মত্‌ খাই গ'ল। তাৰপিছত শাস্ত্ৰীজীয়ে হাঁহি দিলত, তেওঁৰ ৰসিকতা বুজিব পাৰি ল'ৰাবোৰেও গিৰ্জ্জনি মাৰি হাঁহি উঠিল।

যিমানে গুৰুতৰ পৰিস্থিতিৰ উদ্ভৱ নহওক, শাস্ত্ৰীজীৰ খুহুটীয়া কথাৰ মৌ-কোঁহ কিন্তু তাৰ ফলত শুকাই নগৈছিল। ১৯৬৫ চনৰ শেষছোৱাৰ কথা। এফালে পাকিস্তানী আক্ৰমণ, আনফালে দেশত দাৰুণ খাদ্য-অনাটন। প্ৰধানমন্ত্ৰীৰ সম্মুখত বিৰাট সমস্যা। কিন্তু শাস্ত্ৰীজী নিৰ্ভীক মানুহ, ধীৰ-স্থিৰভাৱে হাঁহিমুখেই সকলো

সমস্যাৰে সন্মুখীন হৈছে। আকৌ ক্ষেত্ৰবিশেষে খুহুটীয়া কথা কৰলৈকো তেওঁ এৰা নাই। কাৰণ সেইটো তেওঁৰ প্ৰকৃতি। এখন বিৰাট জনসভাত পাকিস্তানী আক্ৰমণ আৰু দেশৰ খাদ্যসমস্যা সম্বন্ধে গুৰুত্বপূৰ্ণ বক্তৃতা শেষ কৰি শাস্ত্ৰীজী গৈ গাড়ীত উঠি বহিল। তেওঁৰ লগত দুগৰাকী যথেষ্ট শকত-আৱত নেতাও আছিল। শাস্ত্ৰীজীয়ে তেওঁলোককো তেওঁৰ গাড়ীতে উঠি বহিবলৈ মাতিলে। তেতিয়া এজন নেতাই ক'লে, "নাই তাত ঠাই নুজুৰিব।"

শাস্ত্ৰীজীয়ে হাঁহি ক'লে, "মোৰ বেছি ঠাইৰ দৰকাৰ নহয়, আহক ব্যৱস্থা হৈ যাব।"

আনগৰাকী নেতাই ক'লে, "শাস্ত্ৰীজীক ঠাই নহ'লেও চলে।"

তাকে শুনি শাস্ত্ৰীজী হাঁহি উঠিল। ক'লে, "এৰা মই অকণমান মানুহ, মোক লৈ কাৰো কোনো অসুবিধাই নহয়। চুকে-কোণে এনখমান ঠাইতেই বহি যাব পাৰোঁ, দুখন ৰুটীৰেই পেটটো ভৰে, দুহাত কাপোৰেৰেই দেহাটো বেৰে।"

ধুতী পিন্ধা প্ৰসঙ্গত তেওঁ এঠাইত পৰিহাস কৰি কৈছিল, "মই ধুতী পিন্ধো, সেয়ে ফিল্ড মাৰ্চাল আয়ুবে সম্ভৱতঃ ভাবিছিল, মই নিচেই দুৰ্ব্বল মানুহ। কিন্তু পিন্ধা কাপোৰসাজতো আৰু মানুহৰ মন নহয়।"

বিশাখাপত্তনমৰ মূলাগাছা গাঁৱত এটা প্লাষ্টিক কাৰখানাৰ আধাৰ-শিলা স্থাপনৰ কাৰণে শাস্ত্ৰীজীক অনুৰোধ কৰা হ'ল। শাস্ত্ৰীজী গ'ল। প্লাষ্টিকৰ যেনেকুৱা উন্নতি হৈছে তাক দেখি তেওঁ বৰ আনন্দিত হ'ল। ক'লে, "প্লাষ্টিকৰ যে কত নতুন নতুন বস্তু বাহিৰ হব ধৰিছে, দেখিলেই চকু জুৰায়।" তাৰপিছত ৰসিকতা কৰি ক'লে, ডাক্তৰসকলে কয় মোৰ হেনো হাৰ্ট বেয়া। বিজ্ঞানৰ যেনেকুৱা উন্নতি হব ধৰিছে এদিন হয়তো বিকল্প হাৰ্টৰ প্ৰচলন আৰম্ভ হৈ

যাব।” বৰ্ত্তমান পৃথিৱীত বিজ্ঞানৰ যিমানে উন্নতি হৈছে সিমানে যেন ক্ৰমশঃ মানুহৰ অন্তঃকৰণবোৰ প্লাষ্টিকৰ দৰেই নিৰস কঠুৱা হৈ পৰিছে, ইয়াকে ভাবিয়েই হয়তো শাস্ত্ৰীজীয়ে এই কথা ক'লে।

অৱশেষত শাস্ত্ৰীজীৰ সৌজন্যবোধ জাগি উঠিল। দেশত ইমান-বিলাক গুণী-জ্ঞানী ব্যক্তি থাকোঁতে তেওঁৰ নিচিনা এজন কঁটীয়া সাধাৰণ মানুহৰ দ্বাৰা কাৰখানাৰ আধাৰ-শিলা স্থাপন কৰোৱাত তেওঁ আচৰিত হৈছে। সেয়ে হাঁহি ক'লে, “মইতো অস্তগামী সূৰ্য্য, মোক এতিয়া আকৌ এইবোৰ ডাঙৰ ডাঙৰ অনুষ্ঠানৰ মাজলৈ কেলৈ টানি আনিছে?”

অন্ধ্ৰৰ মুখ্যমন্ত্ৰী শ্ৰীসঞ্জীৱ ৰেড্ডী তেওঁৰ কাষতেই আছিল। তেওঁ লগে লগে কৈ উঠিল—“শাস্ত্ৰীজী সূৰ্য্যৰ দৰেই নতুন আকাশত উদয় হব।”

কোৱা বাহুল্য, তেওঁৰ সেই ভৱিষ্যদ্বাণী ফলিয়াইছে।

## শান্তিৰ সন্ধানত তাচখন্দত

ভাৰত চিৰদিনেই শান্তিপ্ৰিয় দেশ। যুদ্ধ ভাৰতৰ অভিপ্ৰেত নহয়। ভাৰতে পাকিস্তানৰ লগত যুদ্ধত অৱতীৰ্ণ হৈছিল আত্মৰক্ষাৰ কাৰণে, মাতৃভূমিৰ সন্মান ৰক্ষাৰ্থে। সেয়ে প্ৰধানমন্ত্ৰী লালবাহাদুৰে ক'লে—“আমি দেশৰ মৰ্য্যাদাৰ কাৰণে যুদ্ধ কৰিছোঁ, এইবাৰ শান্তিৰ কাৰণে যুদ্ধ কৰিম।”

এনেতে চোভিয়েত প্ৰধানমন্ত্ৰী শ্ৰীকোচিগিনে আহ্বান জনালে আমাৰ প্ৰধানমন্ত্ৰী শ্ৰীশাস্ত্ৰীক আৰু পাকিস্তানৰ প্ৰেচিডেন্ট ফিল্ড মাৰ্চাল আয়ুব খাঁক। ক'লে—“আপোনালোকৰ যদি আপত্তি

নাথাকে তেনেহলে আহক আমাৰ ইয়ালৈ। মই আপোনালোকৰ শান্তিৰ কাৰণে সাধ্য অনুসৰি চেষ্টা কৰিম।"

ভাৰতে শান্তি বিচাৰে। অকল নিজৰ দেশতেই নহয়, গোটেই পৃথিৱীতে ভাৰতে শান্তি প্ৰতিষ্ঠা কৰিব বিচাৰে। পৃথিৱীৰ সকলো মানুহৰ লগত ভাৰতবাসীয়ে বন্ধুৰ দৰে, ভাই-ককাইৰ দৰে বাস কৰিব খোজে। সেয়ে ৰুচিয়াৰ আহ্বানত শাস্ত্ৰীজীয়ে সন্মতি জনালে। আপত্তি কৰিবলৈনো আছে কিটো? অকল এক কাশ্মীৰ প্ৰসঙ্গ।

পাকিস্তানে কিন্তু জেউৰ ধৰিলে—ভাৰতে কাশ্মীৰ এৰি দিব লাগিব। মুছলমান সংখ্যা-গৰিষ্ঠ কাশ্মীৰ, তাৰ ওপৰত ভাৰতৰ কোনো দাবী নৰজে। ই যেন কেঁচুৱাৰহে জেউৰ। ভাৰত ধৰ্ম্ম-নিৰপেক্ষ গণতন্ত্ৰী ৰাষ্ট্ৰ। আওখটীয়া পাকিস্তানে সেই কথাও পাহৰি গৈছে। মুছলমানপ্ৰধান কাশ্মীৰ যদি ভাৰতৰ লগত শান্তিৰে বাস কৰি থাকে তেনেহলে স্বতন্ত্ৰ মুছলমান শাসিত পাকিস্তান ৰাজ্য ওচৰা-উচৰিকৈ থকাটো ভেঁকো-ভাৱনা হৈ পৰে। এইটোৱেই হ'ল পাকিস্তানৰ খঙৰ প্ৰধান কাৰণ।

আমাৰ প্ৰধানমন্ত্ৰীয়ে কিন্তু স্পষ্টভাৱেই জনাই দিলে—কাশ্মীৰ ভাৰতৰ অবিচ্ছেদ্য অঙ্গ। গতিকে কাশ্মীৰক লৈ কোনো প্ৰকাৰ আলোচনাই চলিব নোৱাৰে।

এই কথা শুনি আয়ুব খাঁ হতাশ হৈ পৰিল। প্ৰথমে তেওঁ তাচখন্দলৈ যাবলৈ অসন্মতি জনালে। পিছত অৱশ্যে নানা কথা ভাবি সন্মত হ'ল। কাৰণ হয়তো তেওঁ ভাবিলে ৰুচিয়াৰ প্ৰধানমন্ত্ৰীক অসন্তুষ্ট কৰিলে বিপদ হব।

তুয়োপক্ষৰে তাচখন্দলৈ যাত্ৰাৰ আয়োজন আৰম্ভ হ'ল। এচিয়া ভূখণ্ডত ৰুচিয়াৰ অন্তৰ্গত ঠাই উজবেকিস্তান। ইয়াৰেই

ৰাজধানী তাচখন্দ। ই এখন প্ৰাচীন ঐতিহাসিক নগৰ। সেই প্ৰাচীন নগৰৰ বুকুত জাগি উঠিল এক নতুন স্পন্দন। নতুন সাজেৰে সজ্জিত হবলৈ ধৰিলে ৰাজধানীৰ পৰিষদ-গৃহ। নগৰৰ প্ৰবেশমুখত তোৰণ নিৰ্ম্মাণ কৰা হ'ল।

শাস্ত্ৰীজী তাচখন্দলৈ যাত্ৰা কৰিলে। কথা আছিল শ্ৰীমতী ললিতা দেৱীও শাস্ত্ৰীজীৰ লগতে যাব। কাৰণ শ্ৰীকোচিগিনে তেওঁকো আমন্ত্ৰণ জনাইছে। কিন্তু শ্ৰীমতী ললিতা দেৱীয়ে শেষ মুহূৰ্ত্তত মত পৰিৱৰ্ত্তন কৰিলে। গিৰিয়েকক তেওঁ দিল্লীৰ পালাম বিমান-ঘাঁটিলৈকে আগবঢ়াই দি আহিল।

বিমান-ঘাঁটিত ৰাষ্ট্ৰপতিকে আদি কৰি দেশৰ প্ৰধান প্ৰধান ব্যক্তিসকলে আমাৰ প্ৰধানমন্ত্ৰীক বিদায় সংবৰ্দ্ধনা জনালে।

শ্ৰীশাস্ত্ৰীয়ে ক'লে, "শান্তিৰ সন্ধানত মই তাচখন্দলৈ ওলালোঁ। আশাকৰোঁ আপোনালোকক শান্তি আনি দিব পাৰিম।"

সকলোৰে ওচৰত বিদায় লৈ শাস্ত্ৰীজী অৱশেষত বিমান-বন্দৰত ৰৈ থকা এখন মটৰগাড়ীৰ ওচৰলৈ গ'ল। সেই গাড়ীত তেওঁৰ আশী বছৰীয়া বুঢ়া মাক বহি আছিল। পুতেকক বিদায়-সম্ভাষণ জনাবলৈ তেওঁ সিদিনাখন নিজে উপস্থিত হৈছে বিমান-বন্দৰত।

প্ৰধানমন্ত্ৰী লালবাহাদুৰে গাড়ীৰ দুৱাৰ খুলি কুঁজা হৈ মাকৰ ভৰি চুই সেৱা কৰিলে, ক'লে—"তেনেহলে আহোঁ এতিয়া, আই।"

পুতেকৰ কান্ধত হাত থৈ মাকে হাঁহিমুখে ক'লে, "আহ বাছা, ভালভাৱে সকলো কাম সমাধা কৰি উভতি আহগৈ।"

মাকৰ আশীৰ্ব্বাদ লৈ শাস্ত্ৰীজী উৰাজাহাজত গৈ উঠিল। তেওঁৰ লগত আছে প্ৰতিৰক্ষা মন্ত্ৰী শ্ৰীচ্যৱন আৰু পৰৰাষ্ট্ৰ মন্ত্ৰী স্বৰণ সিং। ইয়াৰ উপৰি কেবাগৰাকী চৰকাৰী কৰ্ম্মচাৰীও আছে। তেওঁলোকো যাব তাচখন্দলৈ।

উৰাজাহাজৰ খট্‌খটীত থিয় হৈ হাত দাঙি শাস্ত্ৰীজীয়ে ক'লে—
"জয় ভাৰত! জয় হিন্দ!"

উৰাজাহাজ আকাশ-পথেৰে উৰি যাবলৈ ধৰিলে।

১৯৬৬ চনৰ ২ জানুৱাৰী। শাস্ত্ৰীজী আৰু মাৰ্চাল আয়ুব খাঁ তাচখন্দত আহি নামিল। তেতিয়া আবেলি। প্ৰাচীন চহৰৰ মূৰৰ ওপৰত নীলা আকাশ। চাৰিওকালে সোণালী ৰ'দৰ মিঠা হাঁহি। সেই হাঁহি যেন উজবেক নৰ-নবীৰ মুখতো বিৰিঙি উঠিছে। বাটৰ দাঁতিয়ে দাঁতিয়ে ল'ৰা-বুঢ়া ডেকা-গাভৰু জুম বান্ধি বান্ধি আগ্ৰহেৰে থিয় দি আছে ভাৰত-পাকিস্তান উপমহাদেশৰ দুই নায়কক চাবৰ কাৰণে। তেওঁলোক ভাৰত আৰু পাকিস্তানৰ অধিবাসীসকলৰ ওচৰ-আত্মীয়। যেন পৰস্পৰৰ মাজত তেজৰ সম্পৰ্ক আছে।

তাচখন্দ হ'ল এচিয়াৰ পঞ্চ ৰুচ প্ৰজাতন্ত্ৰৰ অন্যতম, উজবেকিস্তানৰ ৰাজধানী। এচিয়াৰ এই ভূখণ্ডত ৰুচিয়া মাত্ৰ উনৈশ শতিকাত আহিছে। উজবেকিস্তানত জাৰৰ শাসন প্ৰতিষ্ঠিত হয় ১৮৬৫ চনত। উজবেক ৰিপাব্লিকৰ জন্ম তাৰো বহুত পিছত—১৯২৪ চনত। সেয়ে তাচখন্দ-নাগৰিকৰ ধমনীত এতিয়াও প্ৰধানতঃ তুৰ্কী, মোঙ্গল অথবা পাৰসিক তেজেই প্ৰবাহিত। তাৰ বহুত মানুহেই হিন্দী জানে। তাত উচ্চতৰ বিদ্যালয়ত বিদেশী ভাষাৰ তালিকাত অন্যতম হ'ল হিন্দী।

তাচখন্দবাসীসকলে দেখিলে নতুন অতিথি যিসকল আহিল তেওঁলোক দূৰৰ মানুহ নহয়, দূৰৰ প্ৰতিবেশী মাত্ৰ। সেয়ে তেওঁলোক সকলোৱে এই দুই বিশিষ্ট অতিথিক আন্তৰিক অভিনন্দন জনালে।

প্ৰথমে আহি নামিল মাৰ্চাল আয়ুব খাঁ। আৰু তাৰ দুঘণ্টাৰ পিছত শাস্ত্ৰীজী। চোভিয়েত প্ৰধানমন্ত্ৰী কোচিগিন তাৰ আগদিনা-খনেই আহি তাচখন্দত অপেক্ষা কৰি আছে। তেওঁৰ লগত আহিছে

চোভিয়েত পৰৰাষ্ট্ৰ মন্ত্ৰী গ্ৰোমিকো, দেশৰক্ষা মন্ত্ৰী মেলিনোভস্কি, ডেপুটি পৰৰাষ্ট্ৰসচিব নিকোলাই ফিৰুবিন, পাকিস্তানত আৰু ভাৰতত নিযুক্ত ৰুচ ৰাষ্ট্ৰদূত দুজন, আৰু অন্যান্য বহুতো।

ভাৰতৰ আৰু পাকিস্তানৰ দুই নায়কৰ লগতো বহুত মন্ত্ৰী, বিভাগীয় ৰৰমূৰীয়া, কৰ্ম্মচাৰীসকল আহিছে। শাস্ত্ৰীজীৰ লগত আহিছে প্ৰতিৰক্ষা মন্ত্ৰী চ্যৱন, পৰৰাষ্ট্ৰ মন্ত্ৰী স্বৰণ সিং, সৈন্যবাহিনীৰ সহকাৰী-প্ৰধান কুমাৰ মঙ্গলম, বৈদেশিক সচিব চি, এচ. ঝা, মস্কোত নিযুক্ত ভাৰতীয় দূত টি. এন. কাউল প্ৰভৃতি। আৰু আয়ুব খাঁৰ লগত আহিছে পাকিস্তানী পৰৰাষ্ট্ৰ মন্ত্ৰী ভুট্টো, বাণিজ্যমন্ত্ৰী গোলাম ফাৰুক, বৈদেশিক বিভাগীয় প্ৰধান সচিব আজিজ আমেদ প্ৰভৃতি।

তিনি ফালৰপৰা তিনিও দেশৰে প্ৰধান প্ৰধান ব্যক্তিসকল আহি গোট খাইছে তাচখন্দত। শান্তিৰ সূত্ৰ আবিষ্কাৰৰ কাৰণে এক বিৰাট আয়োজন কৰা হৈছে। কিন্তু সিদিনাখন কোনো আলোচনা সভা নবহিল। বুলেটিন বাহিৰ হ'ল: 'আজি জিৰণি। সভা আৰম্ভ হ'ব কালিলৈ।'

পিছদিনাখন—জানুৱাৰীৰ ৪ তাৰিখ। ভাৰত আৰু পাকিস্তানৰ দুই নায়কৰ প্ৰথম সাক্ষাৎ। কৰমৰ্দ্দন, হাত-চাপৰি আৰু তাচখন্দ মেলৰ উদ্বোধন।

অয়ুব খাঁ আৰু শাস্ত্ৰীজী দুয়োজনেই চুটি চুটি বক্তৃতা দিলে। শাস্ত্ৰীজীয়ে ক'লে—"আৰু বিবোধিতা নহয়, আহক আমি শান্তিৰ কাৰণে আলোচনা কৰোঁ। দেশৰ মানুহে ৰাজনীতি নিবিচাৰে, হাই-কাজিয়া নিবিচাৰে—তেওঁলোকে বিচাৰে শান্তিৰে বাস কৰিবলৈ। আহক, সেই শান্তিৰ সন্ধান আমি তেওঁলোকক দিওঁ।" আয়ুব খাঁৰ বক্তৃতাত কিন্তু স্পষ্ট কোনো শান্তিৰ কথা নাই। মনৰ তাৰ যেন কুঁৱলীৰ নাজত ঢাক খাই আছে। তেওঁ যেন কাশ্মীৰ প্ৰসঙ্গটো

উত্থাপন কৰিব খোজে, অথচ সুযোগ পোৱা নাই। ফলত সিদিনাখনৰ আলোচনা আৰু বিশেষ আগ নাবাঢ়িল।

৫ জানুৱাৰীৰ দিনা আকৌ মেল বহিল। কিন্তু সিদিনাখনৰ খবৰ আৰু নিৰাশজনক। দুই নায়ক আলোচনাৰ কাৰ্য্যসূচী সম্পৰ্কে একমত হৈছে। কিন্তু স্বৰণ সিং আৰু ভুট্টোৰ মতৰ মিল হোৱা নাই। ভুট্টোই কোনোমতেই কাশ্মীৰক আলোচনাৰ তালিকাৰপৰা বাদ দিব নোখোজে। কিয়নো, সেইটোৱেই হেনো সকলো বিবাদৰ মূল।

শ্ৰীকোচিগিনে আগদিনাখন দুঘণ্টা শাস্ত্ৰীজীৰ লগত গোপনে আলোচনা কৰিছিল। সিদিনাখনো তেওঁ শাস্ত্ৰীজীৰ লগত দুঘণ্টা কটালে। ভুট্টোৰ দায়িত্ব ল'লে শ্ৰীগ্ৰোমিকোৱে। আমাৰ পৰৰাষ্ট্ৰ বিভাগৰ সচিব চি. এচ. ঝাই আশাৰ বাণী শুনালে—"চকা ঘূৰিছে।" পাকিস্তানী তথ্য আৰু অনাতাঁৰ বিভাগৰ সচিব আলতাফ গৌহৰে ক'লে—"তেওঁলোকে এইবাৰ আগবাঢ়ি গৈছে।"

পিছদিনাখন, ৬ জানুৱাৰী। ৰাতিপুৱাৰপৰা মাজৰাতিলৈকে শ্ৰীকোচিগিনে এবাৰ শাস্ত্ৰীজী এবাৰ আয়ুব খাঁৰ ওচৰলৈ মাকোৰ দৰে বাৰে বাৰে দৌৰাদৌৰি কৰিলে। সুস্থিৰ হৈ বহি তেওঁ খোৱাৰ সময়কণো নাপালে। তথাপি একো ফল নহ'ল। অৱশ্যে ভাৰতীয় ৰাষ্ট্ৰদূত শ্ৰীকাউলে আশাৰ বাণী শুনালে—"কিবা এটা ফল নিশ্চয় হ'ব।"

৭ জানুৱাৰীৰ দিনা সঁচাসঁচি অলপ সুফলৰ আভাস পোৱা গ'ল। আলোচনাৰ বিষয় আগধৰি তালিকাভুক্ত কৰি লোৱাৰ চিন্তা বাদ দিয়েই ভাৰত আৰু পাকিস্তানৰ নায়ক দুগৰাকী মেলত বহিবলৈ সন্মত হৈছে। তেওঁলোকৰ মাজত আকৌ আলোচনা আৰম্ভ হ'ল, কিন্তু তাৰপৰাও একো ফল লাভ নহ'ল।

৮ জানুৱাৰীৰ মেলত আকৌ নিৰাশাৰ সুৰ বাজি উঠিল। আয়ুব খাঁ কাশ্মীৰ প্ৰশ্নত অলৰ-অচৰ। কোচিগিনও যেন বিৰক্ত হৈ উঠিছে—ভাগৰি পৰিছে।

৯ জানুৱাৰীত শ্ৰীকোচিগিনে আকৌ নতুন আশা বুকুত বান্ধি, নতুন উদ্যমেৰে আগবাঢ়ি আহিল। দুই উপমহাদেশৰ শান্তি ঘূৰাই আনিবই লাগিব। প্ৰতিষ্ঠা কৰিব লাগিব জগতত শান্তি। সেয়ে তাচখন্দ-মেলক সজীৱ কৰি তুলিবলৈ, সাৰ্থক কৰিবলৈ শেষ চেষ্টা কৰিলে ৰুচ-প্ৰধানমন্ত্ৰীয়ে।

বহুতৰে মনত আশঙ্কা—কি হব কোনে জানে! গোটেই পৃথিৱীৰ মানুহে উদগ্ৰীৱ হৈ চাই আছে তাচখন্দৰ ফালে।

দেওবাৰে ৰাতি লালবাহাদুৰে তিনি ঘণ্টা সময়ো শুবলৈ নাপালে। মাজৰাতিলৈকে আলোচনা কৰি অৱশেষত ভাগৰুৱা শৰীৰটো লৈ কোচিগিনে বিদায় ল'লে। তাৰপিছত নিজৰ সঙ্গীসকলৰ সৈতে শাস্ত্ৰীজীয়ে আলোচনা আৰম্ভ কৰিলে।

ভাগৰ · দুশ্চিন্তা···সকলোকে যেন শাস্ত্ৰীজীয়ে জয় কৰিছে। টোপনিৰপৰা উঠিয়েই আকৌ মেল। নিজৰ ভিতৰত আলোচনা শেষ হওঁতে নৌহওঁতেই দুৱাৰত টুকুৰিওৱাৰ শব্দ—ৰুচ প্ৰতিনিধিসকল আহিছে।

শ্ৰীকোচিগিনে অসাধ্য সাধন কৰাৰ চেষ্টা কৰিছে। তেওঁ তৈয়াৰ কৰিছে ঐতিহাসিক তাচখন্দ দলিল। দুয়ো দেশৰে শান্তিৰ ফালে লক্ষ্য ৰাখি এই দলিলখন ৰচনা কৰা হৈছে। ইমান চেষ্টা-প্ৰচেষ্টা, আলোচনা-গৱেষণাৰ পিছত এইবাৰ সফলতাৰ ইঙ্গিত পোৱা গৈছে। শ্ৰীশাস্ত্ৰী, মাৰ্চাল আয়ুব দুয়োজনেই এই উত্তমত সম্মতি জনালে।

দুপৰীয়া ভাৰতীয় সাংবাদিকসকলৰ মেলত আনন্দ মনেৰেই প্ৰধানমন্ত্ৰী লালবাহাদুৰে যোগ দিলে। তেওঁ যেন নতুন সূৰ্য্যৰ

পোহৰ দেখিবলৈ পাইছে, যি পোহৰে হয়তো সকলো পুঞ্জিভূত অন্ধকাৰ আঁতৰ কৰি পেলাব।

তাৰপিছতেই দুপৰীয়াৰ ভোজনৰ আহ্বান আহিল। পাক-প্ৰেচিডেণ্টৰ লগত দুপৰীয়াৰ ভোজনৰ আয়োজন কৰা হৈছে। নিষ্ঠাৱান মুছলমান আয়ুব খাঁৰ লগত একে টেবুলতে আহাৰ কৰিবলৈ বহিল নৈষ্ঠিক হিন্দু লালবাহাদুৰ শাস্ত্ৰী—যেন হিন্দু-মুছলমানৰ মিলন তীৰ্থ। দুয়োজনে যেন অতি অন্তৰঙ্গ বন্ধু, দুই ভাই-ককাই। কথা-বতৰা, আলাপ-আলোচনা চলিল হিন্দীত। দেখি-শুনি বিদেশী সাংবাদিক-সকল হতভম্ব হৈ গ'ল।

অয়ুব খাঁই আয়োজন কৰা ভোজত কোচিগিনৰ আপ্যায়নৰ কাৰণে মোগলীয়-খানা আহিছিল বিশেষ উৰাজাহাজেৰে ৰাৱাল-পিণ্ডিৰপৰা। শাস্ত্ৰীজীয়ে আয়োজন কৰা ভোজসভাতো দেখা গ'ল প্ৰায় সেই একে ধৰণৰে মোগলীয়-খানাৰ ব্যৱস্থা হৈছে। সকলোৱে অবাক, এইটো কেনেকৈ সম্ভৱ হ'ল? খবৰ লৈ জানিব পৰা গ'ল বন্ধা-বঢ়াৰ দায়িত্ব লৈছে মস্কো দূতাবাসৰ মহম্মদ জানে। তেওঁ স্বৰ্গীয় মৌলানা আজাদৰ প্ৰধান ৰান্ধনি আছিল। মোগলীয়-খানা তৈয়াৰ কৰাত ওস্তাদ।

ভোজসভা শেষ হ'ল। এইবাৰ যাব লাগিব তাচখন্দ পৰিষদ-কক্ষলৈ। তাত ঐতিহাসিক দলিলত স্বাক্ষৰ-কাৰ্য্য সমাধা কৰা হব।

আবেলি ৩-৩০ মিনিটত ঐতিহাসিক সভা বহিল। পৰিষদ-কক্ষত প্ৰথমে আহি উপস্থিত হ'ল ৰুচ প্ৰধানমন্ত্ৰী কোচিগিন আৰু তেওঁৰ সঙ্গীসকল। তাৰপিছত দুই বাটেৰে আহি ওলাল ভাৰত-পাকিস্তানৰ দুই নায়ক—শাস্ত্ৰীজী আৰু আয়ুব খাঁ। দুয়ো আন্তৰিকতাৰে কৰমৰ্দ্দন কৰিলে। অসংখ্য হাত-চাপৰিৰ শব্দত সভা-ঘৰ মুখৰিত হৈ উঠিল। আৰু মাজতেই আৰম্ভ হ'ল শেষ দিনৰ খেল।

সভাৰ পৰিচালক স্বয়ং কোচিগিন। ৰুচ প্ৰতিনিধি দলৰ চেক্ৰেটাৰী জেনাৰেল জোচককে ঘোষণা-পত্ৰখন পঢ়ি শুনালে। প্ৰথমে ৰুচ ভাষাত, তাৰপিছত ইংৰাজীত। তাৰপিছত, মন-ভৰা হাঁহি, হাত-চাপৰি আৰু আনন্দৰ মাজত দুই নেতাই সেই ঐতিহাসিক দলিলত স্বাক্ষৰ কৰিলে।

বিৰাট মূৰ্তীয়া মেজৰ সোঁফালেদি আগবাঢ়ি গ'ল কোচিগিন। প্ৰথমেই সন্মুখত মাৰ্চাল আয়ুবক পালে। তেওঁৰ লগত কৰমৰ্দন কৰি হাত আগবঢ়ালে শাস্ত্ৰীজীৰ ফালে। অন্তৰ-খোলা হাঁহি মাৰি কৰমৰ্দন কৰি ক'লে—"এই ঘোষণাৰ দ্বাৰাই আমাৰ বন্ধুত্ব আৰু গাঢ় হ'ল। তাৰ লগে লগে পাক-ভাৰত সৌহাৰ্দ্যও স্থিৰ হ'ল।"

কোচিগিনৰ হাতত ধৰি থাকিয়েই উত্তৰ দিলে শাস্ত্ৰীজীয়ে—"আপোনাক অশেষ ধন্যবাদ, আপোনাৰ ওচৰত আমি কৃতজ্ঞ।"

চুটি-ভাষণ এটিৰে কোচিগিনে অনুষ্ঠানৰ সমাপ্তি ঘোষণা কৰিলে।

সন্ধিয়াৰ পিছত ৰুচ প্ৰধানমন্ত্ৰীয়ে ভোজ-সভাৰ আয়োজন কৰিলে। শাস্ত্ৰীজীয়ে উলাহেৰে তাত যোগ দিলে। সেই ভোজ-সভাত ভাৰতীয় আৰু পাকিস্তানী অতিথিসকলক অভ্যৰ্থনাৰ আয়োজন কৰা হৈছিল। অতি আন্তৰিকতাপূৰ্ণ অভ্যৰ্থনা পালে শাস্ত্ৰীজীয়ে। প্ৰীতিপূৰ্ণ এই ভোজ-সভাৰ উলাহ-মালহৰ মাজত সকলোৰে লগত শাস্ত্ৰীজীয়ে কিছু সময় আলাপ-আলোচনা আৰু হাঁহি-ধেমালি কৰি কটালে। আয়ুব খাঁই শাস্ত্ৰীজীক অনুৰোধ কৰিলে—স্বদেশলৈ উভতিবৰ সময়ত তেওঁ যেন পোনে পোনে পাকিস্তানৰ ওপৰেদি উৰাজাহাজেৰে উৰি যায়। শাস্ত্ৰীজীয়ে সন্মতি জনালে।

শীতকালৰ ৰাতি। ৰাতি দহ বাজিল। এইবাৰ [illegible] বাহিৰলৈ। শাস্ত্ৰীজীয়ে ক'লে, "ৰতি [illegible] হ'ল।"

আয়ুব খাঁই উত্তৰ দিলে, "খোদাই যি কৰে ভালেই কৰে।"

শাস্ত্ৰীজীয়ে হাঁহি ক'লে, "খোদা হাফিজ।"

আয়ুব খাঁইও কৈ উঠিল, "খোদা হাফিজ।"

তাৰপিছত শাস্ত্ৰীজী সকলোৰে ওচৰত বিদায় লৈ নিজৰ প্ৰবন্ধুৰা বহালৈ বাওনা হ'ল। তেওঁৰ লগত আছিল তেতিয়া শ্ৰীচ্যৱন। বাটত যাওঁতে যাওঁতে প্ৰধানমন্ত্ৰীয়ে ক'লে—"যি দৃঢ়তাৰে যুদ্ধ কৰি আমি নিজক ৰক্ষা কৰিছোঁ, সেই দৃঢ়তাৰেই আমাৰ শান্তিকো আমি ৰক্ষা কৰিব লাগিব।"

যেতিয়া বহাত আহি উপস্থিত হ'ল তেতিয়া ৰাতি দহ বাজি গৈছে। ভোজ-সভাত তেওঁ একো খোৱা নাই—কেৱল ফলৰ ৰস খাইছিল। বহাত চিৰকলীয়া অভ্যাস অনুযায়ী সামান্য নিৰামিষ আহাৰ কৰিলে তেওঁ। সিদিনা ৰাতি খোৱা-মেজত আৰু কোনো নাছিল, তেওঁ অকলে।

খাই-বই উঠি ৰাতি ১০½ বজাত দিল্লীৰ ১০ নম্বৰ জনপথৰ লগত তেওঁ টেলিফোনত যোগাযোগ কৰিলে। টেলিফোনৰ যোগেদি ঘৰৰ মানুহবিলাকৰ লগত কিছু কথা-বতৰা পাতিলে। বৰ-পুতেক হৰিকিষণক ক'লে: "ইয়াত ৰব জাৰ। কালিলৈ কাবুল অভিমুখে যাওনা হম।" জোঁৱায়েক শ্ৰীসিঙক টেলিফোনতে সুধিলে—"তাচখন্দ মেলৰ প্ৰতিক্ৰিয়া দিল্লীত কেনেকুৱা হৈছে?"

টেলিফোনত শ্ৰীসিঙৰ কণ্ঠস্বৰ শুনা গ'ল—"ইয়াৰ মানুহে ভালদৰেই লৈছে। বাতৰি-কাকতবোৰে এই বিষয়ে বিশেষ সংখ্যা প্ৰকাশ কৰিছে।"

শাস্ত্ৰীজীয়ে ক'লে—"মোৰ কাৰণে ৰাতিপুৱাৰ সকলো বাতৰি-কাকত কাবুললৈ পঠিয়াই দিবা।"

শ্ৰীসিঙে সন্মতি জনাই এইবাৰ সুধিলে—"আপুনি কেনে আছে?"

শাস্ত্রীজীয়ে ক'লে—"ভালে আছোঁ। ঘৰৰ সকলোৱে ভালতো?"

উত্তৰ আহিল—"হয়, ভাল।"

ইয়াৰ পিছত শাস্ত্রীজীয়ে ললিতা দেৱীৰ সৈতে কথা পাতিব খুজিলে। ললিতা দেৱীয়ে ফোন ধৰিছিলেও, কিন্তু বিশেষ কোনো কথা-বতৰা হবলৈ নাপালে। কাৰণ লাইন বেয়া আছিল, আৰু হঠাতে বিচ্ছিন্নও হৈ গ'ল।

ললিতা দেৱী সিদিনা উপবাসে আছিল গণেশ পূজা উপলক্ষে। তেওঁ পূজাত শাস্ত্রীজীৰ সাফল্য কামনা কৰি প্রার্থনা কৰিছিল।

## সেই ঐতিহাসিক দলিল—তাচখন্দ চুক্তি

ললিতা দেৱীৰ প্রার্থনা পূর্ণ হৈছে। শাস্ত্রীজীয়ে সাফল্য লাভ কৰিছে। তাচখন্দ দলিলেই তাৰ জ্বলন্ত সাক্ষী।

"তাচখন্দ ঘোষণা এখন ঐতিহাসিক দলিল। ভাৰত আৰু পাকিস্তানৰ মাজত সম্পর্কৰ বিকাশৰ পথত এই ঘোষণাই এটা নতুন অধ্যায়ৰ সূচনা কৰিব।" এই কথা সগৰ্বে ঘোষণা কৰিছে চোভিয়েত প্রধানমন্ত্রী শ্রীকোচিগিনে।

তলত এয়ে সেই ঐতিহাসিক দলিল। এইখনেই তাৰ সম্পূর্ণ প্রতিলিপি:

[ ১ ]

ভাৰতৰ প্রধানমন্ত্রী আৰু পাকিস্তানৰ প্রেচিডেণ্ট তাচখন্দত মিলিত হৈ ভাৰত আৰু পাকিস্তানৰ বর্তমান সম্পর্ক লৈ আলোচনাৰ পিছত ঘোষণা কৰিছে যে, তেওঁলোক দুই দেশৰ স্বাভাৱিক আৰু শান্তিপূর্ণ সম্পর্ক গঢ়ি তুলিবলৈ আৰু তেওঁলোকৰ জনসাধাৰণৰ

পৰস্পৰৰ মাজত বুজা-বুজি আৰু বন্ধুত্বপূৰ্ণ সম্পৰ্কৰ উন্নতি কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ। তেওঁলোকে ভাবে, ভাৰত আৰু পাকিস্তানৰ ৬০ কোটি অধিবাসীৰ কল্যাণৰ কাৰণেই এই লক্ষ্যত উপনীত হোৱাটো অতি আৱশ্যক।

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত যে, ৰাষ্ট্ৰপুঞ্জ চনদ অনুসৰি ভাৰত আৰু পাকিস্তানৰ মাজত সুপ্ৰতিবেশী-সুলভ সম্পৰ্ক গঢ়ি তুলিবৰ কাৰণে সকলো প্ৰকাৰ চেষ্টা নিয়োগ কৰিব। তেওঁলোকে আকৌ স্বীকাৰ কৰিছে যে, সেই চনদ অনুসৰি শক্তি প্ৰয়োগ নকৰিবৰ কাৰণে আৰু শান্তিপূৰ্ণভাৱে নিজৰ ভিতৰতে বিবাদ মিট-মাট কৰি পেলাবৰ কাৰণে তেওঁলোক দায়িত্ববদ্ধ।

তেওঁলোকৰ বিবেচনা-প্ৰসূত ধাৰণা এয়ে যে, দুই দেশৰ মাজত উত্তেজনা অটুট থকাটো—তেওঁলোকৰ অঞ্চলৰ আৰু বিশেষকৈ ভাৰত-পাকিস্তান উপমহাদেশৰ আৰু যিটো আটাইতকৈ বেছি—ভাৰত আৰু পাকিস্তানৰ অধিবাসীসকলৰ স্বাৰ্থৰ পৰিপন্থী। এই পটভূমিকাত জম্মু আৰু কাশ্মীৰক লৈ আলোচনা হৈছিল, আৰু উভয় পক্ষই এই বিষয়ত নিজ নিজ দৃষ্টিকোণৰপৰা নিজৰ মত ব্যক্ত কৰে।

[২]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, দুই দেশৰ সমস্ত সশস্ত্ৰ লোকসকলক আঁতৰাই অনা হব, (আঁতৰাই অনা হব) ২৫ ফেব্ৰুৱাৰী ১৯৬৬-ৰ পিছত নহয়, (আঁতৰাই অনা হব) ৫ আগষ্ট ১৯৬৫-ৰ আগতে যেয়ে য'ত আছিল (তাত) আৰু উভয় পক্ষই যুদ্ধবিৰতি ৰেখাত যুদ্ধবিৰতিৰ চৰ্ত্ত মানি চলিব।

[৩]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে

যে, ভাৰত আৰু পাকিস্তানৰ সম্পৰ্ক পৰস্পৰৰ ঘৰুৱা বিষয়ত ( পৰস্পৰে ) হস্তক্ষেপ নকৰাৰ নীতিৰ ভেটিত প্ৰতিষ্ঠিত হ'ব।

[ ৪ ]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, উভয় পক্ষই একনে আনজনৰ বিৰুদ্ধে প্ৰচাৰত উৎসাহ নিদিব আৰু দুই দেশৰে অধিবাসীসকলৰ মাজত বন্ধুত্বপূৰ্ণ সম্পৰ্কৰ উন্নতি হয় এনেকুৱা প্ৰচাৰত উভয়পক্ষই উৎসাহ দিব।

[ ৫ ]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, পাকিস্তানত নিযুক্ত ভাৰতৰ হাইকমিচনাৰ আৰু ভাৰতত নিযুক্ত পাকিস্তানৰ হাইকমিচনাৰ নিজ নিজ পদত উভতি যাব আৰু দুই দেশৰ মাজত কূটনৈতিক মিচনবোৰৰ স্বাভাৱিক কাম-কাজ চলিব। উভয় চৰকাৰে কূটনৈতিক সম্পৰ্কৰ ক্ষেত্ৰত ১৯৬১ চনৰ ভিয়েনা চুক্তি মানি চলিব।

[ ৬ ]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, ( তেওঁলোকে ) দুই দেশৰ মাজত অৰ্থনৈতিক আৰু বাণিজ্য সম্পৰ্ক, ( আৰু ) যোগাযোগ পুনঃপ্ৰৱৰ্তন আৰু তাৰ লগে লগে ভাৰত আৰু পাকিস্তানৰ মাজত সাংস্কৃতিক বিনিময় সম্পৰ্কে বিবেচনা কৰিব আৰু ভাৰত আৰু পাকিস্তানৰ মাজত যিবোৰ চুক্তি আছে সেইবোৰ কাৰ্য্যকৰী কৰিবৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিব।

[ ৭ ]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, তেওঁলোকে তেওঁলোকৰ সংশ্লিষ্ট কৰ্তৃপক্ষক যুদ্ধবন্দী বিনিময়ৰ নিৰ্দ্দেশ দিব।

[৮]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, উভয় পক্ষই ভগনীয়া, বে-আইনী প্ৰৱেশ/উচ্ছেদ সমস্যা লৈ আলোচনা চলাই যাব। তেওঁলোক আৰু একমত যে, উভয় পক্ষই এনেকুৱা পৰিবেশ সৃষ্টি কৰিব যাতে ভগন নিবাৰিত হয়। তেওঁলোক এই বিষয়তো একমত যে, সংঘৰ্ষ-সম্পৰ্কত উভয় পক্ষৰ দ্বাৰা আটক কৰা সম্পত্তি আৰু সম্পদ ঘূৰাই দিয়াৰ বিষয়ে আলোচনা হব।

[৯]

ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট একমত হৈছে যে, দুই দেশেই পোনপটীয়াভাৱে যিবোৰ বিষয়ৰ লগত (বা যিবোৰ বিষয় লৈ ভাবিবলগীয়া হৈছে) সেইবোৰ লৈ উভয় পক্ষই শীৰ্ষ আৰু অন্যান্য স্তৰত মেল চলাই থাকিব। উভয় পক্ষই স্বীকাৰ কৰিছে যে, বিভিন্ন যুক্ত-ভাৰতীয়-পাকিস্তানী সংস্থা গঢ়ি তোলা আৱশ্যক, যিবোৰৰ কাম হব এই বিষয়ত পৰৱৰ্ত্তী পদক্ষেপ সম্পৰ্কে তেওঁলোকৰ নিজৰ নিজৰ চৰকাৰক প্ৰতিৱেদন দাখিল কৰা।

বৰ্ত্তমান মেলৰ—য'ত উভয় পক্ষৰ কাৰণেই সন্তোষজনক ফললাভ হৈছে, তাৰ—আয়োজন প্ৰসঙ্গত চোভিয়েত ইউনিয়নৰ আৰু চোভিয়েত চৰকাৰৰ নেতৃবৃন্দ, আৰু ব্যক্তিগতভাৱে চোভিয়েত ইউনিয়নৰ মন্ত্ৰীপৰিষদৰ চেয়াৰমেনে যি গঠনমূলক, বন্ধুত্বপূৰ্ণ মহান ভূমিকা গ্ৰহণ কৰিছে, তাৰ কাৰণে ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট তেওঁলোকৰ প্ৰতি গভীৰ প্ৰশংসা আৰু কৃতজ্ঞতা লিপিবদ্ধ কৰিছে। উজবেকিস্তান চৰকাৰ আৰু ইয়াৰ বন্ধুত্বপূৰ্ণ জনসাধাৰণৰ উচ্ছ্বসিত অভ্যৰ্থনা আৰু উদাৰ আতিথেয়তাৰ কাৰণে তেওঁলোকে তেওঁলোকক ক্ৰমবৰ্দ্ধমান ধন্যবাদ নিবেদন কৰিছে।

তেওঁলোক চোভিয়েত ইউনিয়নৰ মন্ত্ৰীপৰিষদৰ চেয়াৰ[illegible] এই ঘোষণাৰ সময়ত উপস্থিত থাকিবৰ কাৰণে আমন্ত্ৰণ জনাইছে।

ভাৰতৰ প্ৰধানমন্ত্ৰী<br>(স্বাঃ) লালবাহাদুৰ শাস্ত্ৰী

পাকিস্তানৰ প্ৰেচিডেণ্ট<br>(স্বাঃ) মহম্মদ আয়ুব খাঁ

তাচখন্দ, ১০ জানুৱাৰী, ১৯৬৬।

## পৰলোকগমন আৰু তাৰ পিছত

টেলিফোন যোগে দিল্লীৰ লগত—পুতেক, জোঁৱায়েক আৰু ঘৈণীয়েক ললিতা দেৱীৰ লগত কথা পতাৰ পিছত ৰাতি এঘাৰ বজাত আনন্দ মনেৰেই শুবলৈ গ'ল শাস্ত্ৰীজী···ভাৰতৰ কৰ্ণধাৰ আজি সন্তুষ্ট, আনন্দিত, নিশ্চিন্ত। পাছত তেওঁৰ দ্বিতীয় বিজয়স্তম্ভ—লাহোৰ শিয়ালকোট খণ্ডৰ পিছত তাচখন্দ দলিল। সমুখত—বিশাল উপমহাদেশৰ ষাঠি কোটি মানুহৰ অপেক্ষা কৰি থকা আনন্দধ্বনি, বিশ্বৰ শুভেচ্ছা আৰু ধন্যবাদ। শান্তিৰ ব্যৱস্থা কৰি মনত শান্তি লৈয়ে তেওঁ দেশলৈ উভতি যাব। শোৱাৰ আগতে পুৰণি সহচৰ ৰামনাথক ক'লে—"ধল-পুৱাতে উঠি মালবস্তু ঠিকঠাক কৰি লব লাগিব। কালিলৈ কাবুললৈ যাওঁৱা হোৱাৰ তাৰিখ।"

তাৰপিছত একপ্ৰকাৰ নিশ্চিন্তমনেই বিচনাত শুই পৰিলে শাস্ত্ৰীজী। কিন্তু শুইয়েই উচ্-পিচ্ কৰিবলৈ ধৰিলে। বুকুৰ ভিতৰত এটা ব্যথা···। অলপ সময়ৰ পিছত বিচনাত উঠি বহিল···আকৌ শুই টোপনি যোৱাৰ চেষ্টা কৰিলে। কিন্তু নাই, ব্যথাটো যেন ক্ৰমশঃ বাঢ়ি গৈ আছে। আকৌ উঠি বহিল তেওঁ। অশান্তি লাগিছে···বৰ। খন্তিয়াত কিছু সময় খোজকাঢ়ি অহা-যোৱা কৰিলে··· [illegible] ধৰিছে—উশাহ লোৱাত কষ্টবোধ হৈছে।

[illegible]ত লাগি থকা সিটো কোঠালীত শুই আছে দিল্লীৰ [illegible] ডাক্তৰ, তেওঁৰ ব্যক্তিগত চিকিৎসক ডাঃ চুগ। তেওঁৰ দুৱাৰত গৈ শাস্ত্ৰীজীয়ে টুকুৰিয়ালে।

ৰাতি তেতিয়া ১-২৫ মিনিট। ইমান ৰাতি তেওঁৰ দুৱাৰৰ সমুখত শাস্ত্ৰীজীক দেখি ডাঃ চুগ হতভম্ব হ'ল।

শাস্ত্ৰীজীয়ে তেওঁৰ অস্বস্তিৰ কথা ক'লে। ডাক্তৰে পৰীক্ষা কৰি চালে—নাড়ী খুব দুৰ্ব্বল। লৰালৰিকৈ ইন্‌জেকচন দিলে।

কিন্তু সকলো চেষ্টা নিষ্ফল হ'ল। শেষ কথা ওলাই আহিল শাস্ত্ৰীজীৰ মুখৰপৰা—"হায় বাপ—হায় ৰাম—হায় ভাইয়া… ।"

ই-কি দুৰ্ঘটনা ঘটি গ'ল হঠাৎ—ইযে বিনা মেঘে বজ্ৰপাত!

খবৰ শুনি ভাৰতীয় প্ৰতিনিধিসকল দৌৰি আহিল…দৌৰি আহিল কোচিগিন, আৰু কত বিশিষ্ট বিশিষ্ট ব্যক্তি—কিন্তু তেতিয়া সকলো শেষ হৈ গৈছে।…

ইতিহাসৰ বুকুত শান্তিৰ শেষ স্বাক্ষৰ থৈ,
শান্তিৰ দূত লালবাহাদুৰ গুচি গ'ল সিপুৰীলৈ।

ইপিনে মাজৰাতি গভীৰ নিদ্ৰাত মগ্ন ভাৰত। শান্তিৰ দূত লালবাহাদুৰে শান্তিচুক্তি সম্পাদন কৰিছে তাচখন্দত, পাক-প্ৰেচিডেণ্ট ফিল্ড-মাৰ্চাল আয়ুব খাঁৰ লগত। এইবাৰ ভাৰতবাসীৰ মনৰ পুৰণি শংকা, সন্দেহ, উদ্বেগ, অশান্তিৰ অৱসান ঘটিব, তাৰ ঠাইত স্থাপিত হ'ব দুই প্ৰতিবেশী ৰাষ্ট্ৰৰ মাজত ভাতৃসুলভ সদ্ভাৱ-সম্প্ৰীতি, আৰু ঘূৰি আহিব দেশৰ শান্তি, মনৰ শান্তি। যি নিৰ্ভীক মানুহজনে বুকু ডাঠ কৰি থিয় হৈ শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰিলে—ৰক্ষা কৰিলে মাতৃভূমিৰ সন্মান, [illegible] শান্তিপ্ৰিয় সেই মানুহজনেই শান্তিৰ

ভূত ৰূপে শান্তিচুক্তি কৰিলে সম্পাদন। সঁচাকৈয়ে ভাৰতে এইবাৰ উপযুক্ত নেতা বিচাৰি পাইছে। এইবাৰ ভাৰতৰ ভৱিষ্যৎ নিশ্চয় উজ্জ্বলতৰ—উজ্জ্বলতম হৈ উঠিব। 'শাস্ত্রীজী কি জয়।' 'দীৰ্ঘজীৱী হওক লালবাহাদুৰ।' এইবুলি স্বস্তিৰ নিশ্বাস পেলাই শান্তিৰে খাই-বই উঠি নিশ্চিন্তমনে ভাৰতবাসী শুই পৰিছে, ৰাতি শান্তিৰে টোপনি গৈছে।

শান্তিৰেই টোপনি গৈ আছে দিল্লী মহানগৰী—ভাৰতৰ ৰাজধানী। শান্তিৰেই শুই টোপনি গৈছে শাস্ত্রীজীৰ পৰিয়ালৰ লোকসকল।

এনেতে হঠাৎ মাজনিশা দিল্লীত টেলিফোনৰ বেল বাজি উঠিল। তেতিয়া ৰাতি প্ৰায় ১-৩০ মিনিট। তাচখন্দৰপৰা টেলিফোন আহিছে। টেলিফোন কৰিছে শাস্ত্রীজীৰ ব্যক্তিগত চিকিৎসক ডাক্তৰ চুগে। দিল্লীৰ এই বিখ্যাত ডাক্তৰগৰাকী শাস্ত্রীজীৰ লগত তেওঁৰ শৰীৰৰ তত্ত্বাৱধান লোৱাৰ কাৰণে তাচখন্দলৈ গৈছিল। টেলিফোন ধৰিলে, শাস্ত্রীজীৰ বৰ-পুতেক হৰিকিষণে। ডাঃ চুগে জনালে—"শাস্ত্রীজী খুব অসুস্থ।"

ঘৰৰ মানুহবিলাক চঁক খাই উঠিল। কিছু সময়ৰ আগতে যিজনে নিজে টেলিফোনত ভালভাৱে কথ-বতৰা কৈছে, তেওঁ কেনেকৈ হঠাৎ অসুস্থ হৈ পৰিল! কি হ'ল তেওঁৰ? কিন্তু ভালদৰে কথা হবলৈ নৌপাওঁতেই ৰেডিও-টেলিফোন লাইন কাটি গ'ল। হৰিকিষণে আকৌ যেতিয়া লাইন পালে তেতিয়া জানিব পাৰিলে শাস্ত্রীজী আৰু ইহজগতত নাই।......

দিল্লীৰ দহ নম্বৰ জনপথৰ ঘৰত তেতিয়া কান্দোনৰ ৰোল উঠিল। ইনাই-বিনাই ললিতা দেৱীয়ে কান্দিছে: "এই জগতত মোৰ আৰু কোনো নাইকিয়া হ'ল..." [illegible] শাস্ত্রীজীৰ [illegible] দেৱী [illegible]

বয়সীয়া বৃদ্ধা। তেওঁৰ সেই একেটি মাথোন পুত্ৰক তেওঁ কোনোমতেই বিশ্বাস নকৰিলে যে তেওঁৰ এইমাত্ৰ চেনেহৰ 'লাল' তেওঁক এৰি গুচি গৈছে চিৰদিনৰ কাৰণে।

তাচখন্দ সময় ৰাতি ১-৩২ মিনিট, ১১ জানুৱাৰী সোমবাৰ, ১৯৬৬ চন (ইংৰাজীমতে); নিষ্ঠুৰ কালচক্ৰই শাস্ত্ৰীজীৰ মৃত্যু ঘোষণা কৰিলে। বিশ্বাসযোগ্য নহয় যদিও অবিশ্বাস কৰিবৰ উপায় নাই; তাচখন্দ ৰেডিওৰ ঘোষণা। সমগ্ৰ পৃথিৱী অবাক হ'ল, স্তম্ভিত হৈ গ'ল ভাৰত-পাকিস্তান। বিৰাট উপমহাদেশত উঠিল কান্দোনৰ ৰোল।

সিপিনে তাচখন্দতো তেতিয়া নীৰৱ কান্দোনৰ ঢৌ অস্থিৰভাৱে বাগৰি যাব ধৰিছে। ৰুচিয়াৰ প্ৰধানমন্ত্ৰী কোচিগিন স্তব্ধ—বিমূঢ়। হঠাৎ যিটো ঘটি গ'ল সি যেনেকুৱা মৰ্ম্মান্তিক তেনেকুৱাই কল্পনাতীত। ভীষণ লাজত, গভীৰ বেদনাত, তীব্ৰ গ্লানিত তেওঁৰ মুখ দোঁ-খাই পৰিছে। মাননীয় অতিথি তেওঁৰেই ঘৰত আহি প্ৰাণ হেৰুৱালে। ই-যে বিনা মেঘে বজ্ৰপাততকৈও বেছি মাৰাত্মক।

ভাৰতৰ প্ৰতিনিধি যিসকল গৈছে শাস্ত্ৰীজীৰ লগত তেওঁলোকে হিয়াঁলি-জিয়াঁলি কৰিছে। ই-কি ঘটি গ'ল! গোটেই ভাৰতৰ মানুহ যাৰ কাৰণে বৈ আছে—তেওঁ ক'লৈ গুচি গ'ল! তেওঁলোকে এতিয়া কেনেকৈ, কোনমতে ঘূৰাই লৈ যাব শাস্ত্ৰীজীৰ প্ৰাণহীন দেহ!

এগৰাকী মনীষীয়ে কৈছে—'মৃত্যু এটা প্ৰকাণ্ড কষটি-শিল, তাৰ বুকুত ঘঁহি বিধাতাই মানুহৰ জীৱনক পৰীক্ষা কৰি চায়। শাস্ত্ৰীজীয়ে নিজৰ জীৱন দি সেই পৰীক্ষা দি গ'ল। ষাঠি কোটি মানুহৰ কাৰণে তেওঁ জীৱন-উচৰ্গা কৰি ৰচনা কৰি গ'ল ঐতিহাসিক তাচখন্দ দলিল।

সেই গভীৰ ৰাতি তাচখন্দৰ অধিবাসীসকল টোপনিত লালকাল দি আছিল। কেনেকৈ ঘটি গ'ল এই মৰ্ম্মান্তিক সংবাদ—টোপনি

ভাগি গ'ল সকলোৰে। ৰাতি পুৱাৰ লগে লগে তাচখন্দৰ ওপৰত নামি আহিল গভীৰ শোকৰ ক'লা ছাঁ।

চোভিয়েত ৰুচিয়া আৰু তাচখন্দই পূৰ্ণ সামৰিক মৰ্য্যাদাৰে ভাৰতৰ প্ৰধানমন্ত্ৰীক শেষ বিদায় জনালে। তেওঁৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদনৰ কাৰণে একৈশবাৰ তোপধ্বনি কৰা হ'ল।

এইবাৰ শৰাধাৰ যাত্ৰা কৰিব তাচখন্দ বিমান-বন্দৰলৈ। ঘৰৰ ভিতৰৰপৰা শাস্ত্ৰীজীৰ শৰাধাৰ কঢ়িয়াই আনিলে শ্ৰীকোচিগিন, প্ৰেচিডেণ্ট আয়ুব খাঁ, মাৰ্চাল মেলিনভস্কি, মাৰ্চাল চোকলোভস্কি, শ্ৰীস্বৰণ সিং আৰু শ্ৰীওৱাই. বি. চ্যৱনে। এখন কামানবাহী সামৰিক গাড়ীৰ ওপৰত শৰাধাৰটো ৰখা হ'ল। তাৰপিছত লাহে লাহে সেই গাড়ী বিমান-বন্দৰ অভিমুখে যাবলৈ ধৰিলে।

তাচখন্দত শীতকালৰ ৰাতিপুৱা অতিপাত ঠাণ্ডা। কিন্তু সেই ঠাণ্ডাৰ মাজতো শাস্ত্ৰীজীৰ সাময়িক বাসভৱনৰপৰা বিমান-বন্দৰলৈকে দীঘল ৰাস্তাটোৰ দুয়ো দাঁতিত অসংখ্য মানুহ নিশব্দে শিলৰ মূৰ্ত্তিৰ দৰে শোকযাত্ৰাৰ ফালে চাই আছে। মাত্ৰ আঠ দিনৰ আগত বাটে বাটে হাঁহিৰ মুকুতা বিলাই যিগৰাকী মহান পুৰুষ চহৰত প্ৰবেশ কৰিছিল, আজি তেওঁ নীৰৱে গুচি যাব ধৰিছে। অৰ্দ্ধনমিত ভাৰতীয়, পাকিস্তানী, চোভিয়েত আৰু উজবেক পতাকাই এই দিন দুটাৰ পাৰ্থক্যটো কৰুণ আৰু মৰ্ম্মান্তিকভাৱে জনাই দিছে। প্ৰধানমন্ত্ৰী কোচিগিনে জীয়েক গিভাচহানী আৰু উজবেক প্ৰজাতন্ত্ৰৰ প্ৰেচিডেণ্ট শ্ৰীমতী বিভিজলোভাক লগত লৈ মৃতদেহৰ পাছে পাছে খোজকাঢ়ি গৈ আছে। চোভিয়েত চৰকাৰ, উজবেক চৰকাৰ আৰু আন কেবাটাও প্ৰতিষ্ঠানৰ পক্ষৰপৰা ক'লা ফিতাৰে বন্ধা ফুলৰ থোপা শৰাধাৰটোৰ ওপৰত স্থাপন কৰা হৈছে।

[illegible] সামৰিক গাড়ীখন

গৈ বিমান-বন্দৰত উপস্থিত হ'ল। মৃতদেহটো উৰাজাহাজত তোলাৰ লগে লগে তোপধ্বনি কৰা হ'ল, তাৰপিছত চোভিয়েত সামৰিক শোক-সঙ্গীত। গোটেই বিমান-বন্দৰৰ পৰিৱেশ সেই সঙ্গীতৰ সুৰ-মূৰ্চ্ছনাত স্তব্ধ হৈ ৰ'ল। তাৰপিছত ভাৰতৰ জাতীয় সঙ্গীতৰ মাজত উৰাজাহাজ আকাশেৰে উৰি যাবলৈ ধৰিলে। সি যে কি করুণ দৃশ্য! আকাশৰ ফালে চলচলীয়া চকুৰে চাই আছে শ্ৰীকোচিগিন, মাৰ্চাল আয়ুব খাঁ আৰু তাচখন্দৰ অগণিত নৰ-নাৰী। উৰাজাহাজখন ক্ৰমে দূৰ আকাশৰ বুকুত বিলীন হৈ যাব ধৰিছে। তাৰ শূন্যত মিলি যাব ধৰা ছাঁটোৰ ফালে চাই চোভিয়েত চৰকাৰৰ কৰ্মীসকলে কৈ উঠিল: "তাচখন্দ ঘোষণা লালবাহাদুৰৰ স্মৃতিস্তম্ভ হৈ ৰ'ল। উজবেক ৰাজধানীয়ে এই কথা কেতিয়াও নাপাহৰে।"

বিমান-বন্দৰৰ চাৰিওফালে গোট-খোৱা বিপুল জনতা ইমান সময় নীৰৱ-নিস্তব্ধ হৈ আছিল। হয়তো এই অভাৱনীয় ঘটনাই তেওঁলোকক বোবা কৰি পেলাইছিল, হয়তো প্ৰাণচঞ্চল মানুহগৰাকীক নিস্তব্ধ কৰি আনি প্ৰাণহীন দেহটোক ঘূৰাই পঠিয়াবলগা হোৱাত নিজকে অপৰাধী বোধ কৰাৰ ফলত মুখৰ মাত হেৰাইছিল; অথবা হয়তো পৰলোকগত প্ৰধানমন্ত্ৰীৰ প্ৰতি নীৰৱে শ্ৰদ্ধা জাপন আৰু তেওঁৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে নীৰৱ-প্ৰাৰ্থনা কৰিছিল। ইমান সময় সকলোৰে দৃষ্টি নিবদ্ধ আছিল শৱাধাৰৰ ওপৰত—শৱাধাৰ কঢ়িয়াই উৰি যাব ধৰা উৰাজাহাজখনৰ ওপৰত। অনন্ত আকাশৰ বুকুত নেদেখা উৰাজাহাজখন অদৃশ্য হৈ গ'ল তেতিয়া জনতাই ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে—চকুৰে চকুৰে যেন সেই ভাষা চলিলো, মুখে মুখে বিষাদৰ ছাঁ-কঢ়িয়াই। ইতিমধ্যে জনতাৰ [illegible] অকুণ্ঠভাৱে [illegible] প্ৰধানমন্ত্ৰী কোচিগিন।

তেওঁ হয়তো সাজু হৈছে···অলপ পিছতে বেলেগ এখন উৰাজাহাজত তেওঁ ভাৰতলৈ যাত্ৰা কৰিব লাগিব।

আগদিনাখন আয়ুব খাঁই শাস্ত্ৰীজীক অনুৰোধ কৰিছিল তেওঁ যেন স্বদেশলৈ উভতি যাবৰ সময়ত পোনে পোনে পাকিস্তানৰ ওপৰেদি উৰি যায়। তাচখন্দলৈ যাবৰ সময়ত শাস্ত্ৰীজীৰ উৰাজাহাজ ইৰাণৰ ওপৰেদি ঘূৰি গৈছিল। এইবাৰ শাস্ত্ৰীজী পাকিস্তানৰ ওপৰেদিয়েই উৰি আহিল, কিন্তু জীৱন্ত অৱস্থাত নহয়।

কথা আছিল শাস্ত্ৰীজী কাবুল হৈ ভাৰতলৈ আহিব। ভাৰতৰ সীমান্ত গান্ধী ৰূপে খ্যাত আব্‌দুল গফুৰ খাঁ আছে কাবুলত। তেওঁ শাস্ত্ৰীজীক বিশেষভাৱে অনুৰোধ জনাইছিল কাবুললৈ যাবৰ কাৰণে। তাৰ উপৰি আফগানিস্থানৰ প্ৰধানমন্ত্ৰীয়েও শাস্ত্ৰীজীক আমন্ত্ৰণ জনাইছিল। কথা আছিল শাস্ত্ৰীজী কাবুলত এদিন থাকিব। কিন্তু পিছত দুদিন থকাৰ কথা ঠিক হ'ল। সেয়ে দিল্লীত আগদিনাখন স্বৰাষ্ট্ৰমন্ত্ৰী শ্ৰীনন্দৰ লগত টেলিফোনত কথা-বতৰা পাতি তেওঁ সেই ইচ্ছা প্ৰকাশ কৰিলে। কিন্তু হায় বেচেৰা খান আব্‌দুল গফুৰ খাঁ। তেওঁৰ শেষ ইচ্ছা পূৰণ নহ'ল। তেওঁ তেতিয়াও শাস্ত্ৰীজীৰ কাৰণে আনন্দত অধীৰ হৈ বৈ আছে! কিন্তু হঠাতে আহিল দুঃসংবাদ। গভীৰ বেদনাভৰা হিয়াৰে গফুৰ খাঁই ভাৰতীয় দূতাবাসত পুৰণি বন্ধুৰ কাৰণে এথুপি নাৰ্জী ফুল দিলে। সেই ফুল ভাৰতত আহি শাস্ত্ৰীজীৰ প্ৰাণহীন দেহৰ ওপৰত সুদূৰৰ অকৃত্ৰিম বন্ধুৰ দান ৰূপেই সিচৰতি হৈ পৰিল। শাস্ত্ৰীজীৰ মৃত্যুত শোক প্ৰকাশ কৰি খান আব্‌দুল গফুৰ খাঁই ভাৰতীয় দূতাবাসৰ শোকজ্ঞাপক পঞ্জীত লিখিছে —'শাস্ত্ৰী চাহাব মোৰ পুৰণি কংগ্ৰেচ সহকৰ্মী আৰু বন্ধু। তেওঁ এজন বিশিষ্ট জাতীয়তাবাদী আছিল। তেওঁৰ মৃত্যুত জাতি আৰু দেশৰ বিৰাট ক্ষতি হ'ল।'

শাস্ত্ৰীজীৰো ভাৰতৰ স্বাধীনতা যুদ্ধৰ প্ৰবীণ যুঁজাৰু সীমান্ত গান্ধীক লগ পোৱাৰ গভীৰ আগ্ৰহ আছিল। কিন্তু পূৰণ নহ'ল।

মঙ্গলবাৰে দিনৰ আঢ়ৈ বজাত শাস্ত্ৰীজীৰ প্ৰাণহীন দেহ কঢ়িয়াই অনা চোভিয়েত উৰাজাহাজখন নতুন দিল্লীৰ পালাম বিমান-বন্দৰত আহি নামিল। বিমান-বন্দৰত তেতিয়া অপেক্ষা কৰিছে ৰাষ্ট্ৰপতি ডঃ ৰাধাকৃষ্ণণ, উপৰাষ্ট্ৰপতি ডঃ জাকিৰ হুচেন, অস্থায়ী প্ৰধানমন্ত্ৰী শ্ৰীনন্দ, কংগ্ৰেচ সভাপতি কামৰাজ, ভাৰতীয় সামৰিক বাহিনীৰ তিনি অধ্যক্ষ, শাস্ত্ৰীজীৰ পৰিয়ালৰ লোকসকল, আৰু অসংখ্য অসাধাৰণ আৰু সাধাৰণ মানুহ। পালামৰপৰা ৰাজধানীৰ জনপথৰ প্ৰধানমন্ত্ৰীৰ ভৱনলৈকে আঠ মাইল বাট বিবাট জন-সমুদ্ৰত পৰিণত হৈছে।

উৰাজাহাজে মাটি স্পৰ্শ কৰিলে। ক্ৰমে গতি মন্থৰ হৈ বৈ গ'ল। সকলোৱে খোজ আগবঢ়ালে। উৰাজাহাজৰ দুৱাৰ খুলি গ'ল। প্ৰথমে ওলাই আহিল ক'লা চেৰাৱানি পিন্ধা পৰৰাষ্ট্ৰ মন্ত্ৰী চৰ্দ্দাৰ স্বৰণ সিং। তেওঁৰ পাছে পাছে নামি আহিলে প্ৰতিৰক্ষা মন্ত্ৰী শ্ৰীচ্যৱন, দুজন চোভিয়েত পদবীয়া ব্যক্তি আৰু তাচখন্দলৈ যোৱা ভাৰতীয় প্ৰতিনিধি দলৰ সদস্যসকল।

সৈন্য, নৌ, বিমান—সামৰিক বাহিনীৰ তিনি অধ্যক্ষ জেনাৰেল চৌধুৰী, ভাইচ এড্‌মিৰাল চোমান, আৰু এয়াৰ মাৰ্চাল অৰ্জুন সিং ৰাজপুত বাহিনীৰ ব্যাণ্ডত শেষ যাত্ৰাৰ সুৰধ্বনি বাজি উঠাৰ লগে লগে ধীৰ সামৰিক পদক্ষেপেৰে আগুৱাই গ'ল। তেওঁলোকৰ পাছে পাছে গ'ল লেঃ জেনাৰেল কেনডেথ, ভাইচ এড্‌মিৰাল এ. কে. চেটাৰ্জী, ৰিয়াৰ এড্‌মিৰাল এচ. এন. কোহলি আৰু এয়াৰ ভাইচ মাৰ্চাল ৰাজাৰাম। তেওঁলোক আটাইবিলাকে ধৰাধৰি

কৰি লাহে লাহে প্ৰিয় নেতাৰ মৃতদেহ উৰাজাহাজৰপৰা নমাই আনিলে। ভাৰতীয় জাতীয় পতাকাৰে মৃতদেহটো আবৃত।

হঠাৎ হুৰাওবাৱে কান্দি উঠিল শাস্ত্ৰীজীৰ পৰিয়ালৰ লোকসকল। শ্ৰীহৰিকিষণক সান্ত্বনা দিয়াৰ চেষ্টা কৰিলে শ্ৰীচ্যবনে। কিন্তু তাৰ ফলত তেওঁৰ কান্দোন আৰু বেছিহে হ'ল। সেই কান্দোন বন্ধ কৰাৰ ক্ষমতা তেতিয়া বোধকৰোঁ কাৰোৱেই নাছিল। অন্যান্য সকলোৰে চকুবোৰো চল্‌চলীয়া হৈ উঠিল। বহুতৰে দুগাল বোৱাই বাগৰি আহিল গভীৰ বেদনাৰ নীৰৱ চকুলো।

মৃতদেহটো কামানবাহী গাড়ীৰ ওপৰত তুলি ৰখা হ'ল। সৈন্যবাহিনীৰ অধ্যক্ষ জেনাৰেল চৌধুৰীয়ে ওচৰতে থিয় হৈ নিৰ্দ্দেশ দিব ধৰিছে। সৈন্যবাহিনীৰ তিনিওটা শাখাৰ নিৰ্ব্বাচিত এশ সৈনিকে 'গাৰ্ড অব্ অনাৰ' জনালে। তেওঁলোকৰ নেতৃত্ব কৰিলে গ্ৰেনেডিয়াৰ বাহিনীৰ মেজৰ হৰবন্স সিঙে। ৰাইফেল তলমুৱাকৈ লৈ তলমুৰ কৰি তেওঁলোকে শ্ৰদ্ধা নিবেদন কৰিলে।

এইবাৰ লক্ষ্য ১০ নং জনপথ। প্ৰধানমন্ত্ৰীৰ চৰকাৰী বাস-ভৱন। মৃতদেহবাহী গাড়ীখন লাহে লাহে আগুৱাই যাবলৈ ধৰিলে। গাড়ীখনৰ সন্মুখত আৰু পাছত এজনকৈ সামৰিক বিষয়া আৰু বাৰজনকৈ সৈনিক। ব্যাণ্ডত বাজিছে বিদায়ৰ সুৰ।

শাস্ত্ৰীজীৰ মুখখন মুকলি কৰি ৰখা আছে। মূৰত তেতিয়াও চিৰসঙ্গী গান্ধীটুপীটো। ইমান প্ৰশান্ত শাস্ত্ৰীজীৰ মুখখন। দেখি ভাব হয় যেন তেওঁ 'টোপনি গৈ আছে, এতিয়াই সাৰ পাই উঠিব। চাৰিওফালৰপৰা অসংখ্য ফুল আৰু মালা আহি পৰিবলৈ ধৰিলে তেওঁৰ দেহৰ ওপৰত। নানা ৰঙৰ সুগন্ধি ফুলৰ সোৰভেৰে চৌদিশ উপচি পৰিল—যেন সিঁহঁতেও শাস্ত্ৰীজীৰ মহিমা প্ৰচাৰ কৰাত লাগি গৈছে।

আবেলি চাৰি বাজি দহ মিনিটত গাড়ীখন ১০ নং জনপথৰ বাস-ভৱনৰ সমুখত আহি ৰ'লহি। ঘৰৰ বাৰাণ্ডাত এখন চকীত বহি আছিল চাৰিকুৰিৰ ডেওনা পাৰ হোৱা শাস্ত্ৰীজীৰ মাক—নীৰৱ নিশ্চল। তেওঁৰ হয়তো তেতিয়া অতীতৰ নানা স্মৃতিয়ে অন্তৰত তোল-পাৰ লগাইছিল। হেতা-ওপৰাকৈ স্মৃতিপটত ভাহি উঠিছিল বিভিন্ন ঘটনা।...

বহুত বহুত বছৰ আগৰ কথা। লালবাহাদুৰ তেতিয়া তিনি-মহীয়া কেঁচুৱা। এদিন লালবাহাদুৰ ওৰফে কেঁচুৱা নান্হেক কোলাত লৈ মাকে গঙ্গাৰ পাৰত হোৱা এখন মেলা চাবলৈ গৈছিল।

মেলা চোৱা মানুহ আৰু গঙ্গাস্নান যাত্ৰীৰে নৈৰ পাৰ ভৰি পৰিছে। ৰামদুলাৰী দেৱী মানুহৰ ভিৰ ঠেলি গঙ্গাস্নানৰ বাবে নৈৰ পাৰত গৈ থিয় হ'ল। এনেতে হঠাৎ কিবা কথাত এটা অসম্ভৱ হেঁচা-ঠেলা আৰম্ভ হয় আৰু তাৰ ফলত বহুত মানুহ হুৰ্হুৰ্কৈ পানীত উফৰি পৰে। তাৰ মাজৰপৰা নিজক চম্ভালিব নোৱাৰি ৰামদুলাৰী দেৱীও আৰ্ত্তনাদ কৰি পানীত পৰি যায়। কেঁচুৱা নান্হে তেতিয়া তেওঁৰ কোলাত আছিল। চাৰিওফালে হৈ-চৈ হুলস্থুল, চিঞৰ-বাখৰ আৰম্ভ হয়। বহুত মানুহ পানীত ডুবি যায়, বহুত উটি যাবলৈ ধৰে। লগে লগে আৰম্ভ হয় উদ্ধাৰ কাৰ্য্য। দুজন মানুহে অচেতন অৱস্থাত ৰামদুলাৰী দেৱীক তুলি আনিলে পাৰলৈ। জ্ঞান ঘূৰি আহিলত তেওঁ ইফালে-সিফালে চাই চিঞৰি উঠিল—"মোৰ বাছা ক'ত? মোৰ নান্হে—মোৰ নান্হে যে মোৰ কোলতে আছিল, ক'ত গ'ল?" এইবুলি তেওঁ হুৱাও-বাৰে কান্দি পুত্ৰক বিচাৰি প্ৰায় বাউলি হ'ল। কিন্তু হায়! পানীত আৰু পাৰত বহুত বিচাৰ-খোঁচাৰ কৰাৰ পিছতো নান্হেক পোৱা নগ'ল। ক'লৈ গ'ল নান্হে? নান্হেক জানো গঙ্গা মাইয়ে নিলে নেকি?

উপায় নেপাই তেওঁলোকে পুলিচৰ শৰণাপন্ন হয়। একমাত্র পুতেকক এইভাবে হেৰুৱাই বামচুলাৰী দেৱীৰ সিদিনাখন কি যে অৱস্থা! কান্দি-কাটি হিয়ালি-জিয়ালি হৈ কাতৰকণ্ঠে 'গঙ্গা মাঈ'ক জনালে কত প্রার্থনা পুতেকক ঘূৰাই দিবৰ কাৰণে।

'গঙ্গা মাঈ'য়ে হয়তো তেওঁৰ প্রার্থনা শুনিলে। বহুত অনুসন্ধানৰ পিছত পুলিচে ওচৰৰ এখন গাওঁত এজন গোৱালৰ ঘৰৰপৰা নানুহেক উদ্ধাৰ কৰিলে। ঘটনাটো হ'ল: সেই মেলাত এই গোৱাল গিৰিয়েক-ঘৈণীয়েকহালো গৈছিল। মেলা চাই উভতি আহিবৰ সময়ত বাটত হঠাতে তেওঁলোকে কেঁচুৱাৰ কান্দোন শুনি আচৰিত হৈ দেখিলে যে গোৱালনীৰ পিঠিত ওলোমাই লোৱা খেৰৰ পাচিত এটি দীপ-লিপ কৰে ধুনীয়া কেঁচুৱা-ল'ৰা। লগৰ সকলো মানুহকে সুধিও তেওঁলোকে সন্ধান উলিয়াব নোৱাৰিলে—কাৰ কেঁচুৱা, কেনেকৈ তেওঁলোকৰ পাচিত আহিল। তেতিয়া অপুত্রক গোৱাল-গোৱালনীহালে ভাবিলে—ই 'গঙ্গা মাঈ কি কিৰ্‌পা,' এই পৱিত্র দিনত 'গঙ্গা মাঈ'যে তেওঁলোকক এটি ল'ৰা দান দিছে। দুবৈৰপৰাই "গঙ্গা মাঈ'ক সেৱা জনাই তেওঁলোকে আনন্দ মনেৰে নানুহেক ঘৰলৈ লৈ গ'ল।

কিন্তু ই 'গঙ্গা মাঈ'ৰ দান নহয়—পানীত পৰি যাবৰ সময়ত মাকৰ কোলাৰপৰা ছিটিকি গৈ কেঁচুৱা নানুহে গোৱালনীৰ পিঠিৰ খেৰৰ পাচিত পৰে আৰু কোমল খেৰৰ ওপৰত নীৰৱে শুই থাকে।

পুলিচে নানুহেক আনি মাকৰ কোলাত তুলি দিলত বামচুলাৰী দেৱীয়ে পুতেকক বুকুৰ মাজত সুমুৱাই লৈ আনন্দতে কান্দি পেলালে।

সিদিনাখনৰ সেই মধুৰ স্মৃতি আজি তেওঁৰ চকুৰ আগত অতি নির্মম "নিষ্ঠুৰ" ৰূপত দেখা দিলে। তেওঁৰ দুই গালৰ 'ওপৰেদি' বৈ যাব ধৰিছে অবিৰাম তপত চকুলো। সন্মুখত গাড়ীৰ ওপৰত অনন্ত-

শয্যাত শুই আছে নিশ্চল নিস্পন্দ শাস্ত্ৰীজী। পঁচাশী বছৰীয়া বুঢ়ী ৰামদুলাৰী দেৱীয়ে অপলক দৃষ্টিৰে তন্ময় হৈ চাই আছে তেওঁৰ চেনেহৰ 'লাল'ৰ মুখৰ ফালে। স্মৃতিপটত ভাহি উঠা তিনি-মহীয়া নান্হেৰ হাঁহিভৰা মুখখন লাহে লাহে মিলি গ'ল এই মুখৰ লগত। এই মুখত হাঁহি নাই—এই মুখে আৰু কেতিয়াও নাহাঁহে। 'গঙ্গা মাঈ'য়ে পুলিচৰ হাতত ঘূৰাই দিছিল তেওঁৰ প্ৰাণচঞ্চল নান্হেক, আৰু আজি তাচখন্দই সৈন্যসকলৰ হাতত ঘূৰাই দিছে তেওঁৰ তেজস্বী পুত্ৰেকৰ প্ৰাণহীন দেহটোক! লালবাহাদুৰৰ প্ৰাণটো ক'ত থাকি আছিল? ক'লৈ গুচি গ'ল? তেওঁৰ বুকুৰ ভিতৰত কিহবাই যেন খামোচ মাৰি ধৰিলে। বুকুভেদি ওলাই অহা কান্দোনটোৱে তেওঁৰ মুখখন বিকৃত কৰি পেলালে, মূৰটো কঁপাই তুলিলে। কঁপা হাতখন আগবঢ়াই দি তেওঁ ভঙা মাতেৰে কৈ উঠিল—"মোৰ লাল, তই ক'লৈ গ'লি! মোৰহে আগতে যোৱাৰ কথা আছিল, তই কেলৈ গ'লি?"

শাস্ত্ৰীজীৰ সহধৰ্ম্মিণী, সহকৰ্ম্মিণী, সহচৰী ললিতা দেৱী ইমান সময় নিৰ্ব্বাক নিস্পন্দভাৱে অবাক হৈ চাই আছিল। চকুলোৰে তিতি গৈছে তেওঁৰ দুই গাল, বুকুৰ ওপৰৰ কাপোৰ। দুজন আত্মীয়ই তেওঁক ধৰি আছে। এইবাৰ তেওঁ লাহে লাহে আগুৱাই আহিল। গিৰিয়েকৰ গাল দুখনত আলফুলকৈ হাত ফুৰাই দিলে। তাৰপিছতে হঠাৎ আৰ্ত্তস্বৰে কান্দি উঠি গিৰিয়েকৰ বুকুৰ ওপৰত পৰি গ'ল। কেকুৰি কেকুৰি কান্দি কান্দি ক'লে—"মই কিয় তোমাৰ লগত নগলোঁ? কোচিগিনেতো মোকো যাবলৈ নিমন্ত্ৰণ কৰিছিল। কিন্তু মই কিয় নগলোঁ?"...

শাস্ত্ৰীজীৰ পুত্ৰেকহঁতে কান্দি উঠিল: "বাবুজী, আপ কহাঁ গয়ে!" পুৰণি লগুৱা ৰামনাথে কেঁচুৱা ল'ৰাৰ দৰে অবিৰাম কান্দিছে।...

সিদিনা অকল মাক, ঘৈণীয়েক, পুতেক-জীয়েক আৰু আত্মীয়-স্বজন বা বামনাথে কন্দা নাই, গোটেই ভাৰতৰ অগণিত নৰ-নাৰীয়েই চকুলো টুকিছে, সমগ্ৰ পৃথিৱীয়েই শোকত ম্ৰিয়মান হৈ পৰিছে—শাস্ত্ৰীজীৰ মৃত্যু-সংবাদ শুনি।

আৰু সিদিনাখনৰ ৰাতিটো দিল্লীৰ কাৰণে হৈ উঠিছিল দুঃসহ। কোনো মানুহৰেই চকুত যেন টোপনি নাই। গোটেই ৰাতি দহ নম্বৰ জনপথৰ ঘৰত আৰু তাৰ চাৰিওকালে অসংখ্য মানুহৰ জুম, বাটে বাটে অগণিত নৰ-নাৰীৰ জনস্ৰোত—এখন্তেকৰ কাৰণেও যেন তাৰ বিৰাম নাই। অহাই আহিছে, যোৱাই গৈছে—গণ্যমান্য, সাধাৰণ, চৰকাৰী-বেচৰকাৰী কত দেশী আৰু বিদেশী লোক। ইমান মানুহৰ সমাগম, তথাপি কোনো কোলাহল নাই—নাই কোনো উত্তেজনা। বীৰ নায়কৰ মৃত্যুৰ লগে লগে যেন উন্মত্ত যুদ্ধক্ষেত্ৰ নিমৰ্ষ হৈ পৰিছে।

ৰাতি পুৱাল। সিদিনা বুধবাৰ, ১২ জানুৱাৰী। পুৱা ৯½ বজাত আৰম্ভ হ'ল শ্মশান যাত্ৰাৰ সামৰিক মিছিল। ললিতা দেৱী দৌৰি গ'ল পাছে পাছে একেবাৰে নওলামুখলৈকে। তেওঁ যাব খোজে শ্মশানলৈ।

"ওহোঁ, সেইটো হব নোৱাৰে, হিন্দু মতে নিয়ম নাই।" বাধা দিলে শাস্ত্ৰীজীৰ নবৈ বছৰীয়া বুঢ়া দদাইদেৱেকে।

তাৰপিছত, কেৱল জনতা আৰু জনতা। তাৰ হ'ল যেন জনতাৰ সমুদ্ৰৰ মাজত হেৰাই গ'ল লালবাহাদুৰ। কিন্তু নহয়, তেওঁ বোধকৰোঁ আৰু কেতিয়াও নেহেৰায়। লক্ষ কণ্ঠত তেতিয়া ধ্বনি উঠিছে—"শাস্ত্ৰীজী অমৰ ৰহে।"

সঁচাকৈয়ে মহাপুৰুষৰ মৃত্যু নাই। নশ্বৰ দেহ ত্যাগ কৰি তেওঁলোকৰ আত্মা প্ৰবেশ কৰে লক্ষ লক্ষ মানুহৰ অন্তৰত— তেওঁলোক হৈ থাকে অমৰ।

শাস্ত্ৰীজীৰ অন্ত্যেষ্টিক্ৰিয়াত যোগ দিবৰ কাৰণে দেশ-দেশান্তৰৰ-পৰা কত বিশিষ্ট ব্যক্তি উৰাজাহাজেৰে উৰি আহিছে ভাৰতৰ ৰাজধানীত। আগদিনাখন আবেলিয়েই ৰুচ প্ৰধানমন্ত্ৰী শ্ৰীকোচিগিন আৰু তাৰ কেইমিনিটমান পিছতে আফগান প্ৰমানমন্ত্ৰী শ্ৰীমহিৱান দিল্লী আহি পাইছে। অন্ত্যেষ্টিত আমেৰিকাৰ প্ৰতিনিধিত্ব কৰিছে তাৰ ভাইচ প্ৰেচিডেন্ট শ্ৰীহুৱাৰ্ট হামফ্ৰেই। তেওঁৰ লগত আহিছে মাৰ্কিন পৰৰাষ্ট্ৰ মন্ত্ৰী শ্ৰীডিন ৰাস্ক আৰু ভাৰতত প্ৰাক্তন দুই ৰাষ্ট্ৰদূত শ্ৰীকুপাৰ আৰু শ্ৰীগলব্ৰেথ। ৰাণী এলিজাবেথৰ ব্যক্তিগত প্ৰতিনিধি হৈ আহিছে শ্ৰীমাউণ্টবেটেন। বৃটিচ চৰকাৰৰ পক্ষৰপৰা উপ-প্ৰধানমন্ত্ৰী জৰ্জ ব্ৰাউন অন্ত্যেষ্টিক্ৰিয়াত উপস্থিত হৈছে। জাপানৰ পক্ষৰপৰা ক্ষমতাত অধিষ্ঠিত দলৰ অন্যতম নেতা শ্ৰীনাকা ফুনাদা আহিছে। আৰু আহিছে উজবেক প্ৰধানমন্ত্ৰী শ্ৰীকুৰবানভ আৰু প্ৰেচিডেন্ট শ্ৰীমতী নাচিৰুদ্দনোভা, ৰুচ সহকাৰী পৰৰাষ্ট্ৰ মন্ত্ৰী শ্ৰীফিৰুবিন, পাকিস্তানৰ প্ৰতিনিধি স্বৰূপে বাণিজ্যমন্ত্ৰী শ্ৰীফাৰুক, ব্ৰহ্মদেশৰ প্ৰতিনিধি স্বৰূপে শ্ৰীথাই হান, নেপালী মন্ত্ৰীসভাৰ চেয়াৰমেন শ্ৰীসূৰ্য্যবাহাদুৰ থাপা, ৰাষ্ট্ৰপুঞ্জৰ চেক্ৰেটাৰী জেনাৰেল উ থাণ্টৰ মন্ত্ৰণাসভাৰ প্ৰধান শ্ৰীনৰসিংহম আৰু অন্যান্য বহুতো বিশিষ্ট বিশিষ্ট ব্যক্তি। এওঁলোক সকলোৱে অন্ত্যেষ্টিক্ৰিয়াত উপস্থিত থাকি ব্যক্তিগতভাৱে আৰু নিজৰ নিজৰ দেশৰ হৈ শাস্ত্ৰীজীৰ প্ৰতি তেওঁলোকৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰিবলৈ আহিছে।

শাস্ত্ৰীজীৰ নশ্বৰ-দেহ বহন কৰি বিৰাট শোকযাত্ৰা আগবাঢ়ি গৈ আছে 'শান্তিবন'ৰ ফালে। লোকে লোকাৰণ্য। বাটে-পথে ক'তো

আৰু এবেগতো ঠাই খালী নাই। ভাৰতৰ চাৰিওফালৰপৰা অসংখ্য মানুহ আহি গোট খাইছে। উত্তৰ প্ৰদেশৰপৰা আহিছে পথাৰ এৰি দলে দলে খেতিয়ক, কাৰখানাৰ বনুৱা, অফিচ-আদালতৰ কৰ্ম্মচাৰী। ধনী-দুখীয়া, ল'ৰা-বুঢ়া-ডেকা, মুনিহ-তিৰোতা কোনো বাদ যোৱা নাই। এওঁলোকৰ বহুতেই বাটৰ দাঁতিয়ে দাঁতিয়ে যোৱাকালি গোটেই ৰাতিটো কটাইছে উজাগৰে—অধীৰ প্ৰতিক্ষাত। পুহ-মহীয়া জাৰৰ হাত সাৰিবৰ কাৰণে ঠায়ে ঠায়ে ধুনি জ্বলাই তাৰ চাৰিওফালে বহি ৰাতিটো কটাই দিছে।

সৰু সৰু ল'ৰা-ছোৱালীবিলাক ডাঙৰসকলৰ কান্ধত, কেঁচুৱা-বিলাকো আহিছে মাকৰ কোলাত। সকলোতে কেৱল মানুহ। গছৰ ডালত, ঘৰৰ চালত, বেলকনিত, খিৰিকীমুখত—সকলো ঠাইতে কেৱল মানুহৰ মুখ।

হেজাৰ হেজাৰ ফুলৰ থুপি, ফুলৰ মালাৰে শৱবাহী গাড়ী উপচি পৰিছে। সেউজীয়া পোছাক পিন্ধা জোৱানবিলাক, কঁকালত বগা পেটী মৰা নীলা পোছাকৰ নৌ-সেনাবিলাক, গাঢ়-সেউজীয়া পোছাক পিন্ধা আন এদল পদাতিক বাহিনী আৰু তাৰ লগতে পাতল-সেউজীয়া পোছাকেৰে বায়ু-সেনাৰ দল—সকলো মিলি শোকযাত্ৰাৰ পৰিবেশটো হৈ উঠিছে বিষণ্ণ মধুৰ।

নানা পথ পাৰ হৈ শোভাযাত্ৰাটো অৱশেষত শান্তিবনৰ বাটত আহি পৰিল। 'শান্তিবন'—অনন্ত শান্তিৰ ঠাই। এই শান্তিবনতেই চিৰশান্তি লাভ কৰিছে জাতিৰ জনক মহাত্মা গান্ধীয়ে।

দুপৰীয়া বাৰ বাজি গ'ল। শান্তিবনৰ ওচৰত অন্ত্যেষ্টিস্থানত শোকযাত্ৰাটো আহি ৰ'ল। শাস্ত্ৰী পৰিয়ালৰ পুৰোহিত, দিল্লীৰ লক্ষ্মীনাৰায়ণ মন্দিৰৰ পুৰোহিত আৰু কেইগৰাকীমান পণ্ডিত এটা ওখ বেদীৰ ওপৰত গৈ উঠিলে। তেওঁলোকে করুণ গম্ভীৰ কণ্ঠে গীতা

আৰু স্তোত্ৰ পাঠ কৰিলে। ইফালে মৃতদেহটো লাহে লাহে দাঙি নি স্থাপন কৰা হ'ল চিতাৰ ওপৰত। চন্দন কাঠৰ চিতাত শুৱাই ৰখা শাস্ত্ৰীজীৰ প্ৰতি সকলোৱে শেষ শ্ৰদ্ধাৰ অৰ্ঘ্য নিবেদন কৰিলে।

চৌবিশজন বিউগিল-বাদকে শাৰী পাতি থিয় হৈ বিদায় সঙ্গীতৰ সূচনা কৰিলে। চতুৰ্থ ব্যাটেলিয়ানৰ সৈন্যসকলে তিনিবাৰ তোপ-ধ্বনি কৰিলে। এনেতে শাস্ত্ৰীজীৰ বৰ-পুতেক শ্ৰীহৰিকিষণে চিতাত জুই জ্বলাই দিলে। চাৰিওফালে নামি আহিল নিদাৰুণ নীৰৱতা। নতমুখী জনতাৰ দুগাল বোৱাই টোপা-টোপে সৰি পৰিবলৈ ধৰিলে তপত চকুলো। চিতাত জুই জ্বলাই দিয়াৰ লগে লগে বিউগিল-ধ্বনি তীব্ৰতৰ হৈ উঠিল। মৃদঙ্গৰ ধ্বনি-লহৰি তেতিয়া বন্ধ হৈ গৈছে। কিন্তু জনতাৰ হৃদয়ৰ ধ্বনি তেতিয়াও বন্ধ হৈ যোৱা নাই। জুইৰ ৰঙা ধোঁৱাৰ লগে লগে তেওঁলোকৰ কণ্ঠধ্বনিও শেষবাৰৰ কাৰণে আকাশত মিলি গ'ল : "শাস্ত্ৰীজী অমৰ ৰহে।"

জুইত পুৰি সকলো শেষ হৈ গ'ল। থাকিল মাত্ৰ শাস্ত্ৰীজীৰ অমৰ নামটো আৰু থাকিল চিতাভস্ম।

গধূলি দিল্লীৰ ৰামলীলা ময়দানত অনুষ্ঠিত হ'ল এক স্মৃতি-সভা। তাত বিশ্বৰ ৰাষ্ট্ৰনেতাসকলে পৰলোকগত প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীৰ প্ৰতি তেওঁলোকৰ গভীৰ শ্ৰদ্ধা জনালে।

পিছদিনাখন চিতাভস্ম সংগ্ৰহ অনুষ্ঠান। হেজাৰ হেজাৰ মানুহ আহি আকৌ গোট খালে শান্তিৱনত—পবিত্ৰ যমুনাৰ পাৰত। পণ্ডিতসকলৰ মুখৰপৰা উচ্চাৰিত হ'ল পবিত্ৰ বেদমন্ত্ৰ। পুৰোহিতে শাস্ত্ৰীজীৰ বৰ-পুতেক হৰিকিষণৰ ডিঙিত উত্তৰী পিন্ধাই দিলে। এই দৃশ্য চাই সকলোৰে চকু চলচলীয়া হৈ উঠিল।

এইবাৰ চিতাভস্মত গঙ্গাজল মিহলোৱা গাখীৰ ছটিয়াই দিলে শাস্ত্ৰীজীৰ ভনীয়েক শ্ৰীমতী সুন্দৰী দেৱীয়ে। বৰ-পুতেক হৰিকিষণ,

তেওঁৰ তিনি ভায়েক অশোককুমাৰ, অনীলকুমাৰ, সুনীলকুমাৰে আৰু দুই ভনীয়েকেও তাকেই কৰিলে। তাৰপিছত চাৰি ভায়েকে চিতাৰ-পৰা ভস্মৰাশি তুলি আনি এঘাৰটা তামৰ কলহত ভৰাই থ'লে।

চিতাভস্মপূৰ্ণ কহল লৈ শাস্তিবন এৰাৰ আগতে শাস্ত্ৰীজীৰ পৰিয়ালৰ মানুহবিলাকে সমাধিত কপাল ছুই সেৱা কৰিলে। অতি আপোন মানুহজনৰ ওচৰত ই যেন তেওঁলোকৰ শেষ বিদায়। আবেগত শাস্ত্ৰীজীৰ দুই জীয়েকে কেকুবি কেকুবি কান্দিবলৈ ধৰিলে। ডঃ জাকিৰ হুচেনে তেওঁলোকক সান্ত্বনা দিলে।

দেশৰ বীৰ নায়ক দেশৰ মানুহক কন্দুৱাই গুচি গ'ল।…

শাস্ত্ৰীজীৰ মৃত্যু অকল ভাৰতৰে নহয়—বিশ্বৰো এক নিদাৰুণ ক্ষতি। তেওঁ আছিল বিশ্বপ্ৰেমিক। সেয়ে তেওঁৰ মৃত্যুত গোটেই পৃথিৱীৰ নানা দেশৰপৰা আহিছে শোক-বাৰ্ত্তা—আহিছে সহানুভূতিৰ বাণী।

শাস্ত্ৰীজীৰ মৃত্যুত শোক প্ৰকাশ কৰি চোভিয়েত প্ৰধানমন্ত্ৰী শ্ৰীকোচিগিনে কৈছে: "শাস্ত্ৰীৰ মৃত্যুত সদৌ ভাৰতবাসীৰ লগতে আমিও শোকত অভিভূত। তেওঁ এগৰাকী মহান ৰাজনীতিবিদ আৰু বিৰাট মানুহ আছিল। বিশ্বশান্তিৰ কাৰণে তেওঁ অত্যন্ত উদগ্ৰীৱ আছিল।"

পাকিস্তানৰ প্ৰেচিডেণ্ট আয়ুব খাঁই কৈছে: শ্ৰীশাস্ত্ৰীয়ে শান্তিৰ কাৰণেই জীৱন উচৰ্গা কৰিছে। শান্তিৰ উদ্দেশ্যে আৰু ন্যায়ৰ ভেটিত পাক-ভাৰতৰ সকলো বিৰোধ মীমাংসাৰ বিষয়ে যোৱা কেইদিনৰ আলাপ-আলোচনাত' মই তেওঁৰ আন্তৰিকতা দেখি মুগ্ধ হৈছোঁ।"

ৰুচ প্ৰেচিডেণ্ট শ্ৰীনিকোলাই পোজগোৰ্ণিয়ে কৈছে: "ভাৰতৰ অন্যতম শ্ৰেষ্ঠ ৰাজনীতিবিদ শ্ৰীশাস্ত্ৰীৰ অকাল বিয়োগত ৰুচ

জনসাধাৰণ অভিভূত হৈছে। মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰুৰ নেতৃত্বত তেওঁ তেওঁৰ কিশোৰ বয়সৰপৰাই জাতীয় মুক্তি সংগ্ৰামত নিজক বিলাই দিছিল। স্বাধীনতা লাভৰ পিছত ভাৰত ৰাষ্ট্ৰক শক্তিশালী কৰি তোলাৰ কামত সৰ্ব্বশক্তি নিয়োগ কৰিছে।"

আমেৰিকাৰ প্ৰেচিডেণ্ট শ্ৰীজনচনে কৈছে: "ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীশাস্ত্ৰীৰ মৃত্যুত মানৱজাতিৰ শান্তি আৰু অগ্ৰগতিৰ আশা-আকাঙ্ক্ষাৰ গুৰুতৰ ক্ষতি হ'ল। শ্ৰীশাস্ত্ৰীৰ অভাৱত পৃথিৱী যেন সৰু হৈ গ'ল।"

লণ্ডনত টেলিভিচনত নিৰ্দ্দিষ্ট কৰ্ম্মসূচি বন্ধ কৰি শ্ৰীশাস্ত্ৰীৰ মৃত্যু-সংবাদ বৃটেনবাসীক জনোৱা হয়। বৃটিচ-যুক্তৰাজ্যৰ ৰাণী এলিজাবেথে কৈছে: "শ্ৰীশাস্ত্ৰীৰ মৃত্যু-সংবাদত মই মৰ্ম্মাহত। শ্ৰীশাস্ত্ৰীৰ মৃত্যুত গোটেই বিশ্বই শোক অনুভৱ কৰিব।"

বৃটিচ-প্ৰধানমন্ত্ৰী শ্ৰীহ্যাৰল্ড উইলচনে কৈছে: "শ্ৰীশাস্ত্ৰীৰ অভাৱত গোটেই কমনওৱেল্থ'ৰ ক্ষতি হব আৰু সমগ্ৰ পৃথিৱীৰো। তেওঁৰ ৰাষ্ট্ৰনায়কোচিত মহান গুণ, আন্তৰিকতা আৰু চাৰিত্ৰিক দৃঢ়তা প্ৰশংসনীয়।"

পশ্চিম জাৰ্ম্মানীৰ চেন্সেলাৰ ডঃ এৰহাৰ্ডে জনাইছে: "শ্ৰীলালবাহাদুৰ শাস্ত্ৰীৰ মহৎ মানৱিক গুণাৱলী, সুবিচাৰ, স্বাধীনতা আৰু শান্তি প্ৰতিষ্ঠাৰ কাৰণে তেওঁৰ একাগ্ৰতীয়া আৰু আশাশুধীয়া প্ৰয়াস জাৰ্ম্মান জাতিৰ চিৰদিন মনত থাকিব।"

যুগোশ্লোভিয়াৰ প্ৰেচিডেণ্ট টিটোই কৈছে: "শ্ৰীশাস্ত্ৰীৰ মৃত্যুত ভাৰত আৰু প্ৰগতিশীল জগতে এগৰাকী নিষ্ঠাৱান শান্তিস্থাপকক হেৰুৱালে, আৰু যুগোশ্লোভিয়াই হেৰুৱালে তেওঁলোকৰ এজন শ্ৰেষ্ঠ বন্ধু।"

জাপানৰ প্ৰধানমন্ত্ৰী আয়াকো চাতোই জনাইছে: "শ্ৰীশাস্ত্ৰীৰ

মৃত্যু অকল ভাৰতৰেই নহয়, এচিয়াৰ শান্তি স্থাপনৰ পক্ষেও আঘাত স্বৰূপ।" ১৯৬৪ চনৰপৰাই বিশ্বত শান্তি-স্থাপনৰ কাৰণে তেওঁ সাহসেৰে কাম কৰি গৈছিল।"

মহামান্য পোপ ষষ্ঠ পলে শোক-বাৰ্ত্তা পঠিয়াইছে: "শান্তি-স্থাপনৰ প্ৰয়াসৰ সময়তেই শাস্ত্ৰীজীৰ পৰলোক গমন গভীৰ পৰিতাপৰ বিষয়।"

ৰাষ্ট্ৰপুঞ্জৰ চেক্ৰেটাৰী জেনাৰেল উ থাণ্টে এক বিবৃতি দিছে: শ্ৰীশাস্ত্ৰীজীৰ মৃত্যুত অকল এচিয়াই নহয়, গোটেই বিশ্ব শোকাভিভূত হ'ব।"

এইভাৱেই শোকাভিভূত হৈ গভীৰ সমবেদনামূলক বাণী পঠিয়াইছে অন্যান্য ৰাষ্ট্ৰৰ অধিনায়ক আৰু জননেতাসকলে। সেই বাণী আহিছে আফ্ৰিকা আৰু আৰবগোষ্ঠীৰ বিভিন্ন দেশৰপৰা, ইউৰোপ, আমেৰিকা, সকলো ঠাইৰেপৰা। আনকি চীনৰ প্ৰধানমন্ত্ৰীৰ ওচৰৰপৰাও। বেছিৰ ভাগ ক্ষেত্ৰতে কোৱা হৈছে যে পৰলোকগত প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী শান্তিবাদী আৰু প্ৰগতিশীল ৰাজ-নৈতিক আছিল, তেওঁৰ 'আকস্মিক তিৰোভাৱত বিশ্বশান্তি বিঘ্নিত হ'ল। কাৰণ, মুখত শান্তিৰ বাণী প্ৰচাৰ কৰা এক, আৰু তাক কামত পৰিণত কৰা অন্য কথা। শাস্ত্ৰীজীয়ে অকল মুখেৰেই শান্তিৰ কথা কোৱা নাই, তাক কামত পৰিণত কৰিবৰ বাবেও যথাসাধ্য চেষ্টা কৰি গৈছে। তেওঁ আছিল প্ৰকৃত শান্তিসৈনিক।

এই শান্তিসৈনিকৰ নাম শান্তিপ্ৰিয় ভাৰত আৰু শান্তিকামী বিশ্বৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব।

ইতিমধ্যে শাস্ত্ৰীজীক নাম অমৰ কৰি ৰাখিবৰ কাৰণে দেশ-বিদেশত নানা প্ৰয়াস চলিছে। দেশত শাস্ত্ৰীজীৰ নামত বিভিন্ন অনুষ্ঠান গঢ়ি উঠিছে, আৰু কিছুমান গঢ়ি তোলাৰ পৰিকল্পনা কৰা হৈছে।

'তাচৰ' খবৰত জনা গৈছে—তাচখন্দত শ্ৰীলালবাহাদুৰ শাস্ত্ৰীৰ নামত এটা ৰাস্তাৰ নাম ৰখা হ'ব বুলি স্থিৰ কৰা হৈছে। যি চৰকাৰী ভৱনত বহি শাস্ত্ৰীজীয়ে মৃত্যুৰ কেইঘণ্টামান আগত তাচখন্দ ঘোষণাত স্বাক্ষৰ কৰিছিল, সেই ভৱনত এখন ফলি স্থাপন কৰা হ'ব। অকল সেয়ে নহয়, চহৰৰ মুকলি ঠাইত তৈয়াৰ কৰা হ'ব এটা চাৰি-চুকীয়া সোঁৱৰণি স্তম্ভ।

মহান ভাৰত-সন্তান মৰিও জগতত অমৰ হৈ ৰ'ল।

## ভাৰতৰত্ন

মহান নায়কৰ তিৰোভাৱৰ পিছত ভাৰতৰ ৰাষ্ট্ৰপতি ডঃ ৰাধাকৃষ্ণণে জাতিৰ উদ্দেশ্যে এক অনাতাঁৰ ভাষণত ঘোষণা কৰিলে: "অহা প্ৰজাতন্ত্ৰ দিৱসত মই লালবাহাদুৰ শাস্ত্ৰীক 'ভাৰতৰত্ন' উপাধিৰে ভূষিত কৰাৰ সিদ্ধান্ত লৈছিলোঁ। তাৰ আগতেই তেওঁ গুচি গ'ল। সেয়ে মই তেওঁক মৰণোত্তৰ 'ভাৰতৰত্ন' সন্মানেৰে ভূষিত কৰিলোঁ। আমাৰ জাতিৰ ইতিহাসৰ অতি সঙ্কটময় সময়ত তেওঁ প্ৰায় ওঠৰ মাহ কাল আমাৰ প্ৰধানমন্ত্ৰী ৰূপে কাম কৰি গ'ল। তেওঁ আছিল শান্তশিষ্ট আৰু সৰল-চিধা মানুহ, কিন্তু দৃঢ় সঙ্কল্পবদ্ধ জাতীয়তাবাদী।"

ৰাষ্ট্ৰপতিৰ এই ঘোষণাক সমগ্ৰ ভাৰতবাসীয়ে অভিনন্দন জনালে। গণতন্ত্ৰী ভাৰতে যোগ্য ব্যক্তিক উপযুক্ত সন্মান দিছে।

এয়ে প্ৰথম এজন সাধাৰণ ভাৰতীয়ক ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ সন্মান 'ভাৰতৰত্ন' উপাধিৰে ভূষিত কৰা হ'ল। দুখুনি বিধৱাৰ মাউ-মাউৰা পুত্ৰেক নিজৰ নিষ্ঠা আৰু অধ্যৱসায়ৰ বলত 'ভাৰতৰত্ন' উপাধি লাভ কৰিলে।

কিন্তু শাস্ত্ৰীজী জীয়াই থকাহেতেন এই উপাধিক কিমান মূল্য দিলেহেতেন কোৱা টান। কাৰণ তেওঁ নামৰ প্ৰত্যাশী নাছিল— খ্যাতি লাভৰ আশাত দেশৰ আৰু দহৰ সেৱা কৰা নাছিল।

শাস্ত্ৰীজীৰ ল'ৰাকালতেই এটা ঘটনাৰ মাজেৰে তাৰ আভাস ফুটি ওলাইছিল। লালবাহাদুৰৰ বয়স তেতিয়া তেৰ কি চৈধ্য। মাকৰ লগত জগন্নাথ পুৰীলৈ গৈছে। পুৰী হিন্দুৰ পৱিত্ৰ তীৰ্থ—প্ৰচুৰ পুণ্যাৰ্থীৰ ভিৰ তাত। অকল তীৰ্থ ই নহয়—পুৰী স্বাস্থ্যকৰ মনোৰম ঠাই। গতিকেই ভাৰতৰ নানা ঠাইৰপৰা কত মুনিহ-তিৰোতা আহি তাত গোট খায়হি। সাগৰৰ পাৰত মুকলি আকাশৰ তলত থিয় হৈ কত মানুহে সূৰ্য্যোদয় আৰু সূৰ্য্যাস্ত চায়। দিগন্ত বিপয়া সাগৰ—বহুত দূৰৈত আকাশ আৰু পানী মিলি একাকাৰ হৈ গৈছে। পুৱা পুব-দিগন্তৰ সেন্দূৰীয়া চকাটোৰ দৰে প্ৰকাণ্ড বেলিটো পানীৰ মাজৰপৰা যেন লাহে লাহে ওপৰলৈ উঠি আহে আৰু গধূলি পশ্চিম দিগন্তত সেইদৰে লাহে লাহে পানীত ডুবি য়ায়। তদুপৰি সাগৰৰ বুকুত পৰ্ব্বত-সমান ঢৌৰ অবিৰাম-নৃত্য—উঠিছে নামিছে, বাগৰি বাগৰি আহি পাৰত মিলি গৈছে। সঁচাকৈয়ে সি এক চকু জুৰোৱা দৃশ্য। মানুহবিলাকে চাই আনন্দত আপোন-পাহৰা হয়।

লালবাহাদুৰে এই পুৰীতে মাকৰ লগত ঘূৰি ঘূৰি মন্দিৰৰ কাৰুকাৰ্য্য চায়, আৰু চায় সাগৰৰ অপৰূপ শোভা। মন তেওঁৰ আনন্দত নাচি উঠে।

এদিন লালবাহাদুৰৰ চকুত পৰিল—মন্দিৰৰ গাত পেঞ্চিলেৰে লিখা কিছুমান মানুহৰ নাম। ওচৰলৈ গৈ তেওঁ ভালেমান পৰ নামবোৰ ভালকৈ চালে। নানা ভাষাত লিখা নাম। অকল নামেই নহয়, বহুতে আকৌ ঠিকনাও লিখি ৰাখিছে। তেওঁ বুজিব নোৱাৰিলে—এইবোৰ নাম-ঠিকনা লিখাৰ অৰ্থ কি।

মাকক সুধিলে। মাকে ক'লে—"যিবিলাকে এই মন্দিৰলৈ আহে, তেওঁলোকৰ বহুতে ইয়াত এইদৰে নিজৰ নাম-ঠিকনা লিখি থৈ যায়।"

তেতিয়া ল'ৰা লালবাহাদুৰৰ ইচ্ছা হ'ল তেওঁ৷ মন্দিৰৰ গাত নিজৰ নাম-ঠিকনা লিখি থব। কত মানুহ ইয়ালৈ আহিব, তেওঁলোক সকলোৱে তেওঁৰ নাম জানিব। ঈস্, কিমান যে আনন্দৰ কথা হব তেতিয়া!

লালবাহাদুৰে লগে লগে এডাল পেঞ্চিল যোগাৰ কৰি ল'লে। মন্দিৰলৈ গৈ তাৰ এখন দেৱালত স্পষ্ট আখৰেৰে নিজৰ নাম আৰু ঘৰৰ ঠিকনা লিখিলে। তাৰপিছত ধৰ্ম্মশালালৈ উভতি আহিল। তাতেই তেওঁ মাকৰ লগত থাকিছিল।

ৰাতি হ'ল। বিচনাত শুই শুই তেওঁ সেই কথাকে ভাবিবলৈ ধৰিলে। নিজৰ নামটোতো লিখি থৈ আহিল, কিন্তু কি লাভ হব তাৰপৰা? বাহিৰৰ মানুহক তেওঁৰ নাম জনাই কি সুবিধা হব? তেওঁতো নাম কৰা কোনো গুণী মানুহ নহয়? কোনো কাম নকৰি মিছাতে লোকৰ ওচৰত নিজৰ নাম প্ৰচাৰ কৰি কি লাভ?

এই কথা ভাবি লালবাহাদুৰৰ বৰ লাজ লাগিল। সিদিনা গোটেই ৰাতি তেওঁৰ ভালকৈ টোপনি নাহিল। বিচনাত শুই শুই ছটফট কৰি কটালে।

ৰাতি পুৱাল। বিচনাৰপৰা উঠিয়েই লালবাহাদুৰ মন্দিৰলৈ গ'ল৷। তাত গৈ দেখিলে, আগদিনাখন যিভাৱে নিজৰ নাম-ঠিকনা লিখি থৈ গৈছিল, ঠিক সেইভাৱেই আছে। লৰালৰিকৈ তেওঁ পেঞ্চিলৰ লেখাবোৰ হাতেৰে মোহাৰি মোহাৰি মচি পেলালে এইবাৰ তেওঁৰ মনটো মুকলি মুকলি লাগিল।...

এই ধৰণৰ মানুহ হ'ল লালবাহাদুৰ। ডাঙৰ হৈও তেওঁৰ ধৰণ সলনি হোৱা নাছিল।

কোনে জানে, তেওঁ জীয়াই থকাহেঁতেন ৰাষ্ট্ৰপতিয়ে তেওঁৰ নামৰ আগত লিখি দিয়া 'ভাৰতৰত্ন' উপাধিটোকো হয়তো মচি পেলালেহেঁতেন।

উপাধি বা খ্যাতি লাভৰ আশাত লালবাহাদুৰে দেশসেৱা কৰা নাছিল। দেশৰ আৰু দহৰ সেৱাই আছিল তেওঁৰ জীৱনৰ কৰ্ত্তব্য। তেওঁ কেতিয়াও পদ বা ক্ষমতাৰ লোভ কৰা নাই, অথচ বাইজে যেতিয়াই যি দায়িত্ব তেওঁৰ ওপৰত অৰ্পণ কৰিছে তাক তেওঁ কৰ্ত্তব্য হিচাপেই একনিষ্ঠভাৱে সাধ্য অনুসৰি পালন কৰিছে। আৰু তাকে কৰিবলৈ গৈ তেওঁ কেতিয়াও ব্যক্তিগত সুযোগ-সুবিধা গ্ৰহণো কৰা নাই। সেয়ে তেওঁ ৰাজপথত নাথাকি জনপথত আছিল। প্ৰাসাদ ভৱনত নাথাকি সাধাৰণ বাসগৃহত থাকি গৈছে।

আগতে লালবাহাদুৰে এটা অতি সাধাৰণ ঘৰত বাস কৰিছিল। প্ৰধানমন্ত্ৰী হোৱাৰ পিছত গ'ল প্ৰধানমন্ত্ৰীৰ কাৰণে নিৰ্দ্দিষ্ট বাস-ভৱনলৈ। প্ৰথমে যিদিনাখন তেওঁৰ কাৰণে নিৰ্দ্দিষ্ট ঘৰত গৈ সোমাল—হঠাৎ থমকি থিয় হ'ল শাস্ত্ৰীজী। মূল্যবান আচবাব-পত্ৰ আৰু বিলাস-উপকৰণেৰে ঘৰটো সজোৱা। যি বিষয়াজনে তেওঁক সেই ঘৰলৈ লৈ গৈছিল শাস্ত্ৰীজীয়ে তেওঁক সুধিলে—"এইবোৰ কাৰ কাৰণে।"

বিনীতভাৱে বিষয়াজনে উত্তৰ দিলে, "এইবোৰ আপোনাৰ কাৰণেই।"

শাস্ত্ৰীজীয়ে ক'লে, "ওহোঁ, এইবোৰ বস্তু মোৰ আৱশ্যক নহয়। মই দুখীয়া মানুহ, তাৰ উপৰি দুখীয়া দেশৰ প্ৰধানমন্ত্ৰী। সাধাৰণ এখন চালপীৰা, চাদৰ, কম্বল আৰু দুটা গাঁকৰেই মোৰ কাৰণে যথেষ্ট।"

এই কথা শুনি বিষয়াজন অতি আচৰিত হ'ল। অলপ

বিমোৰতো পৰিল। প্ৰধানমন্ত্ৰীৰ কাৰণে এইবোৰ বস্তু নিৰ্দ্ধাৰিত, এতিয়া এইবোৰক তেওঁ কি কৰিব ?

শাস্ত্ৰীজীয়ে বিষয়াজন বিমোৰত পৰাৰ কাৰণ বুজিব পাৰিলে। সেয়ে তেওঁ ক'লে, "এই আটাইবোৰ জাতীয় ভঁৰালত দান কৰি দিয়ক। মই দুখীয়া মানুহ, এইবোৰ বিলাসিতা মোৰ কাৰণে নহয়।"

অগত্যা তাকেই কৰা হ'ল। মূল্যবান পালেং আঁতৰাই তাত দিয়া হ'ল সাধাৰণ কাঠৰ চালপীৰা। সেইখন তেওঁৰ নিজৰেই পুৰণি চালপীৰা। বহুমূলীয়া চাদৰ আৰু গাঁৰুও আঁতৰাই নিয়া হ'ল। বিলাসৰ সকলো সামগ্ৰী ঘৰৰপৰা আঁতৰাই পেলোৱা হ'ল।

শাস্ত্ৰীজীৰ মৃত্যুৰ পিছত ১০নং জনপথত তেওঁৰ থকা-ঘৰটো দেখি সকলোৱে অবাক হৈ গৈছিল—শ্ৰদ্ধাত সকলোৰে মূৰ আপোনা-আপুনি দোঁ-খাই পৰিছিল। তাচখন্দলৈ যোৱাৰ সময়ত, এঘাৰ দিন আগতে ঘৰটো যিভাৱে ৰাখি গৈছিল ঠিক সেইভাৱেই আছে।

ঘৰৰ এটা চুকত এখন সাধাৰণ বিচনা—বগা খদ্দৰৰ চাদৰেৰে ঢকা, তাৰ ওপৰত দুটা সাধাৰণ গাঁৰু। এই চালপীৰাখনতে শাস্ত্ৰীজীয়ে বহুত বছৰৰপৰা অকলে শুইছিল। বিচনাৰ ভৰি-পথানত কিতাপ থোৱা খলপা, তাত আছে বহুত ইংৰাজী আৰু হিন্দী কিতাপ। কাষতে টেবুললেম্প, টেলিফোন। বিচনাৰ বিপৰীত চুকটোত কাপোৰ-কানি ৰখা সৰু আলমাৰি এটা। তাতেই শাস্ত্ৰীজীয়ে তেওঁৰ অলপীয়া কাপোৰ-কানিবোৰ থৈছিল। আলমাৰিটোৰ ওপৰত ৰখা আছে গান্ধীজীৰ আৱক্ষ মূৰ্ত্তি আৰু প্ৰভু ভেঙ্কটেশ্বৰৰ শিলৰ মূৰ্ত্তি। ঘৰৰ মজিয়াত কোনো কাৰ্পেট পতা নাই। সাধাৰণ মানুহৰ ঘৰৰ দৰেই এটা ঘৰ।

খ্যাতিৰ প্ৰতি শাস্ত্ৰীজীৰ যেনেকৈ লোভ নাছিল—তেনেকৈ ধনৰ প্ৰতিও তেওঁৰ কোনো স্পৃহা নাছিল। গোটেই জীৱনে তেওঁ

অকল দেশৰ কাৰণেহে কাম কৰি গৈছে। পৰিয়ালৰ কাৰণে কোনো ভাল ব্যৱস্থা তেওঁ সুযোগ পাইও কৰা নাই। অন্যায় সুযোগ পৰিয়ালৰ আন কাকো লবও দিয়া নাই।

সাধাৰণ মানুহৰ দৰেই এজন মানুহ' লালবাহাদুৰ। তেওঁৰ বাহিৰে ডাঙৰ পৰিয়ালটোত আৰু এজন মাত্ৰ আৰ্জ্জনীয়া—বৰ-পুতেক হৰিকিষণ, দিল্লীৰ 'অশোক লেল্যাণ্ড'ৰ চেল্‌চ্‌ মেনেজাৰ। কিছুদিনৰ আগতে হৰিকিষণে হঠাতে এটা পদোন্নতি লাভ কৰিলে। কোম্পানীয়ে হয়তো প্ৰধানমন্ত্ৰীক সন্তুষ্ট কৰিবৰ কাৰণেই সেইটো কৰিছিল। কিন্তু এই কথাত সন্তুষ্ট হোৱাৰ পৰিবৰ্ত্তে শাস্ত্ৰীজী অসন্তুষ্ট হে হ'ল। তেওঁ ক'লে—"মোৰ ল'ৰাতকৈও যোগ্য মানুহ সেই প্ৰতিষ্ঠানত আছে, তেওঁলোকৰ আগতে পদোন্নতি হওক, তাৰ পিছত মোৰ ল'ৰাৰ হব।"

নিজৰ স্বাৰ্থৰ প্ৰতি এনেকুৱা উদাৰ মানুহ পৃথিৱীতে বৰ কম।

লালবাহাদুৰৰ কোনো জীৱন বীমা নাছিল। কোনো সম্পত্তিও তেওঁ এৰি থৈ যোৱা নাই। মৃত্যুৰ পিছত দেখা গ'ল তেওঁৰ বেঙ্কৰ হিচাপৰ বহীত ঋণহে এৰি থৈ গৈছে। এখন সৰু মটৰ-গাড়ী কিনাৰ কাৰণে তেওঁ বেঙ্কৰপৰা যি টকা ধাৰলৈ লৈছিল তাক শোধ কৰা হোৱা নাই।

অথচ ইমান ধাৰ-ঋণ থকা সত্ত্বেও শাস্ত্ৰীজীয়ে তেওঁৰ দৰমহাৰপৰা প্ৰতি মাহে 'চাৰ্ভেণ্ট্‌চ্‌ অব দি পিপ্‌ল্‌ চোচাইটি'ক আঢ়ৈ-শকৈ টকা ৰূপ দি গৈছিল। মৃত্যুৰ সময়তো শাস্ত্ৰীজীৰ সৰু তিনিটা পুতেক নাবালক আৰু তিনিওজনেই ছাত্ৰ—এজন কলেজৰ, বাকী দুজন স্কুলৰ।

শাস্ত্ৰীজীৰ নিস্বাৰ্থ কামৰ মৰ্য্যাদা দিয়া হ'ল তেওঁৰ মৃত্যুৰ পিছত। ভাৰত চৰকাৰে শ্ৰীমতী ললিতা শাস্ত্ৰীৰ কাৰণে প্ৰতি মাহে

এহেজাৰ টকা পেঞ্চন মঞ্জুৰ কৰিলে। তদুপৰি ভাৰত চৰকাৰে ঘোষণা কৰিলে, তেওঁৰ সন্তানসকল সাবালক নোহোৱালৈকে প্ৰত্যেকে মাহে এশ টকাকৈ বৃত্তি পাই থাকিব। এইবোৰৰ উপৰিও শ্ৰীমতী শাস্ত্ৰীক চৰকাৰী ব্যৱস্থাতেই থকা-ঘৰ দিয়া হ'ব।

শাস্ত্ৰীজীৰ মৃত্যুৰ পিছত তেওঁৰ গুণমুগ্ধ হেজাৰ হেজাৰ মানুহে শ্ৰীমতী ললিতালৈ ডাক যোগে টকা পঠিয়ালে। তাৰ মুঠ পৰিমাণ উলাই কৰিবলগীয়া নহয়। কিন্তু নিজৰ হেজাৰ প্ৰয়োজন থকা সত্বেও ললিতা দেৱীয়ে সেই টকা গ্ৰহণ নকৰিলে। সকলো তেওঁ পঠিয়াই দিলে জাতীয় ভঁৰাললৈ। উপযুক্ত মানুহৰ উপযুক্ত সহধৰ্ম্মিণী।

প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীয়ে দেশবাসীৰ আৰু বিশ্বৰ মানৱ-জাতিৰ উদ্দেশ্যে বিভিন্ন সময়ত বহুত বাণী প্ৰচাৰ কৰিছিল। সেইবোৰৰ মাজেৰে শাস্ত্ৰীজীৰ নিজৰ আৰু গণতন্ত্ৰী ভাৰতৰ হৈ গ্ৰহণ কৰা তেওঁৰ নীতি আৰু আদৰ্শ ফুটি ওলাইছে। সেই মূল্যবান বাণী-সমূহৰ কেইটামান হ'ল :

"আমাৰ কোনো দ্বিধাৰ কাৰণ নাই। সোঁৱে আৰু বাঁৱে ঘূৰি চোৱাৰো কোনো আৱশ্যক নাই। আমাৰ পথ সুস্পষ্ট আৰু সৰল। দেশত আমাৰ লক্ষ্য : এনেকুৱা এক সমাজতান্ত্ৰিক গণতন্ত্ৰ প্ৰতিষ্ঠা য'ত থাকিব সকলোৰে স্বাধীনতা আৰু ঘটিব আৰ্থিক উন্নতি। বিদেশত আমাৰ লক্ষ্য : বিশ্বশান্তি আৰু সকলো জাতিৰ লগতে মৈত্ৰী।" (অনাতাঁৰ ভাষণ : ১১ জুন, ১৯৬৪)

"নীতিবোধ আৰু মানৱতাবোধৰপৰা যি চৰকাৰে মুখ ঘূৰাই থাকিব, সেই চৰকাৰে অকল বিশ্বশান্তি নষ্ট কৰাই নহয়, সমগ্ৰ মানৱ-জাতিৰ প্ৰতি বিশ্বাসঘাতকতা কৰিব।"

"আমাৰ সাংস্কৃতিক ঐতিহ্যত যি প্ৰাচীন ভাৱধাৰা চিৰদিনে প্ৰবাহিত হৈ আছিছে, মই তাক কোনোমতেই পাহৰিব নোৱাৰোঁ।

সেইটো হৈছে : মানুহৰ প্ৰতি শ্ৰদ্ধা আৰু সহিষ্ণুতাবোধ। আনক বুজাই-মেলি পাৰস্পৰিক দিয়া আৰু লোৱাৰ মাজেদি, আৰু কোন কোন ক্ষেত্ৰত মতৈক্য আছে, সদায় সেইবোৰক সযত্নে বিচাৰি উলিওৱাৰ মাজেদিয়েই গণতন্ত্ৰক সফল কৰি তুলিব লাগিব।"

(অনাতাঁৰ ভাষণ : ১১ জুন, ১৯৬৪)

"পৃথিৱীৰ সকলো মানুহৰ সুখ আৰু সমৃদ্ধিৰ কাৰণে সহযোগিতা-পূৰ্ণ ব্যৱস্থাত আমি বিশ্বাসী। যি কোনো বিৰোধৰে শান্তিপূৰ্ণ মীমাংসাই ভাৰতৰ কাম্য।" (কায়ৰো সন্মিলন : ৭ অক্টোবৰ, ১৯৬৪)

"দেশৰ স্বাধীনতা ৰক্ষা কৰাটো অকল সৈন্যবাহিনীৰেই দায়িত্ব নহয়। সমগ্ৰ জাতিয়েই তাৰ কাৰণে সাজু হ'ব লাগিব। যুদ্ধক্ষেত্ৰত সৈনিকৰ দৰেই আমি প্ৰত্যেকেই নিজ নিজ ক্ষেত্ৰত সমান নিষ্ঠা, উদ্যম আৰু সংকল্পৰে সৈতে কাম কৰি যাব লাগিব।"

(অনাতাঁৰ ভাষণ : ১০ অক্টোবৰ, ১৯৬৫)

"আমাৰ তৰুণ নাগৰিকসকলৰ সন্মুখত আছে সুমহান দায়িত্ব। মোৰ মতে জীৱনৰ প্ৰতিটো অধ্যায়ৰে একোটি স্বকীয়া গুৰুত্ব আছে। নিজা মৰ্য্যাদাৰে সি উজ্জ্বল। একনিষ্ঠ কৰ্ম্মৰ এটা পৰম তৃপ্তিৰ দিশ আছে। কৰ্ত্তব্য যেনেকুৱাই নহওক, সততা আৰু নিষ্ঠাৰে সৈতে আমি তাৰ লগত যুক্ত হ'ম। আমাৰ ভাল-বেয়া বিচাৰ কৰাৰ আগতে আমি আমাৰ নিজৰ কৰ্ত্তব্য যথাযথভাৱে পালন কৰিছোঁ নে নাই তাক চোৱা দৰকাৰ।

আনুগত্য বিষয়ত দেশানুগত্যতকৈ ডাঙৰ আৰু একো নাই—এই কথা আমি পাহৰিলে নচলিব। কৰ্ম্মানুৰাগেই হ'ল বিশুদ্ধ আনুগত্য। কাৰণ, বিনিময়ত কি পালোঁ তাৰ দ্বাৰা ইয়াৰ বিচাৰ নহয়। মনত ৰাখিবই লাগিব যে, সমগ্ৰ দেশ এক আৰু অখণ্ড। বিভেদ আৰু বিভাগকাৰী আমাৰ প্ৰকৃত বন্ধু নহয়। দেশৰ ঐক্যৰ

তৰুণ শক্তি সুসংহত আৰু সংকল্পবদ্ধ হৈ ভৱিষ্যতৰ দায়িত্বভাৰ লবলৈ সাজু হওক, অকল এই আশা কৰিয়েই ইমান কথা কৈছোঁ।

গণতান্ত্ৰিক দেশ মাত্ৰ কেইজনমান মানুহৰ মহানুভৱতাৰ দ্বাৰাই পুষ্টিলাভ নকৰে, কৰে বহুতৰ সমূহীয়া প্ৰয়াসৰ দ্বাৰা। দেশৰ ভৱিষ্যৎ তোমালোকৰ হাতত। প্ৰৱীণসকলৰ কাম সম্পন্ন হ'লে অহাকালিৰ নৱীনসকলেই তাৰ ঠাই পূৰণ কৰিব লাগিব। সেয়ে কওঁ, তোমালোকে যদি ব্যক্তিগতভাৱে আৰু নাগৰিক স্বৰূপে এই দায়িত্বভাৰ গ্ৰহণৰ উপযুক্ত হৈ উঠাহঁক, দেশৰ ভৱিষ্যৎ তেতিয়াহলে নিসন্দেহে গৌৰৱোজ্জ্বল। তোমালোকে আজি নতুন জীৱনৰ মোহনাত আহি থিয় হৈছাহঁক, মই তোমালোকক কেৱল বিশ্বাস আৰু আত্মমৰ্য্যাদাৰে সৈতে কৰ্ত্তব্যৰ পথত আগুৱাই যাবলৈ কম।"

( শান্তিনিকেতন : ২৪ ডিচেম্বৰ, ১৯৬৫ )

"আমাৰ অৰ্থনীতিক দৃঢ় ভেটিত প্ৰতিষ্ঠিত কৰিবলৈ হ'লে সৰ্ব্বপ্ৰথমে লাগিব খাদ্যত স্বয়ংসম্পূৰ্ণতা। কৃষি-উৎপাদন যদি বাঢ়ে তেনেহলে আটাইতকৈ বেছি উপকৃত হব আমাৰ দেশৰ সংখ্যাগৰিষ্ঠ সম্প্ৰদায়—কৃষকসকল। ঐশ্বৰ্য্য তেতিয়াহে দেশৰ সকলোতে সিচৰতি হৈ পৰিব।" ( ভাষণ ৩০ ডিচেম্বৰ, ১৯৬৫)

"নিজৰ ভিতৰত মৰা-মৰি হাই-কাজিয়া নকৰি, বৰং আহক আমি একেলগে দাৰিদ্ৰ্য, ব্যাধি আৰু অজ্ঞানতাৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰোঁ। দুই দেশৰ সাধাৰণ মানুহৰ সমস্যা, আৰু আশঙ্কা একে। তেওঁলোকে বিৰোধ নিবিচাৰে, শান্তি বিচাৰে, বিচাৰে উন্নতি।"

( তাচখন্দত ভাষণ : ৪ জানুৱাৰী, ১৯৬৬)

"ভাৰত-পাকিস্তান যুদ্ধত আমি আমাৰ পূৰ্ণ শক্তিৰে যুঁজ কৰিছোঁ। এতিয়া শান্তি-প্ৰতিষ্ঠাৰ কাৰণেই আমি পূৰ্ণ শক্তিৰে সংগ্ৰাম কৰি যাব লাগিব।" (শেষ দিনৰ বাণী : তাচখন্দ, ১০ জানুৱাৰী, ১৯৬৬)

অকল বাণী দিয়েই লালবাহাদুৰ ক্ষান্ত থকা নাছিল, তাক তেওঁ কাৰ্য্যত পৰিণত কৰিবলৈ আপ্ৰাণ চেষ্টাও কৰি গৈছে। তেওঁৰ জীৱন-আলোচনাৰ মাজেদি আমি তাৰ প্ৰমাণ পাইছোঁ। শাস্ত্ৰীজীৰ আদৰ্শ আছিল'—উপদেশতকৈ আৰ্হি ভাল'। দেশৰ খাদ্য-সঙ্কটৰ সময়ত প্ৰধানমন্ত্ৰী লালবাহাদুৰে সপ্তাহত এদিন আহাৰ ত্যাগ কৰি দেশ-বাসীৰ কাৰণে আৰ্হি দাঙি ধৰিছিল। মনত তেওঁৰ এনেকুৱা বিশ্বাস আৰু সদিচ্ছা আছিল কাৰণে লালবাহাদুৰে আৰু তেওঁৰ চৰকাৰে বহু দুৰ্নীতিপৰায়ণ চৰকাৰী-কৰ্ম্মচাৰীক পদচ্যুত কৰিবলৈ দ্বিধা কৰা নাই। পঞ্জাৱ-লৌহমানৱ প্ৰতাপ সিং কায়ৰোঁক পদচ্যুত কৰাৰ দায়িত্ব গ্ৰহণ কৰিব পাৰিছে। শেখ আবদুল্লাক সমুচিত উত্তৰ দিয়াৰ ক্ষমতাও তেওঁৰ হৈছে। চীনৰ ভীতি-প্ৰদৰ্শনক ফটা কাগজৰ দৰে তেওঁ তুচ্ছ কৰিব পাৰিছে। নানা ভাগত বিভক্ত দেশৰ দলাদলিক আয়ত্তৰ ভিতৰত ৰখাৰ শাসনতান্ত্ৰিক নৈপুণ্যত লালবাহাদুৰে বিৰাট সাফল্যৰ পৰিচয় দিছে।

আৰু বহুত কাম কৰাৰ ইচ্ছা আছিল শাস্ত্ৰীজীৰ। কিন্তু নিষ্ঠুৰ মৃত্যুৱে সেই সুযোগ নিদিলে। তথাপি যিখিনি কৰি গৈছে সি দুৰ্লভ।

ভাৰতৰ এক আদৰ্শ পুৰুষ লালবাহাদুৰ শাস্ত্ৰী। তেওঁ বিৰাট ভক্ত-পুৰুষ। তেওঁৰ মাতৃভক্তি আৰু দেশভক্তিয়ে তেওঁৰ জীৱনক যেনেকৈ মহোজ্জ্বল কৰি ৰাখিছে, তেনেকৈ দেশ-বিদেশৰ মহাপুৰুষৰ প্ৰতি ভক্তিয়েও তেওঁৰ চৰিত্ৰগঠনত সহায়তা কৰিছে।

আচল কথা হ'ল আদৰ্শ। আদৰ্শ নহ'লে কোনো মানুহেই জীৱনত ডাঙৰ হব নোৱাৰে।

শাস্ত্ৰীজীৰ জীৱনৰ সবাতোকৈ ডাঙৰ আদৰ্শ আছিল—'ক্ষুদ্ৰ হৈ থাকা'। অৰ্থাৎ, যদি ডাঙৰ হব খোজা তেনেহলে সৰু হোৱা। এই কথাৰ অৰ্থ হ'ল, 'অহং'শূন্য হৈ নিজৰ কৰ্ত্তব্য কৰি যোৱা। অহঙ্কাৰেই

যে মানুহৰ পতনৰ মূল, এই শাস্ত্ৰবাক্যক শাস্ত্ৰীজীয়ে জীৱনৰ আৰম্ভণিৰেপৰা স্বীকাৰ কৰি লৈছিল। আৰু তাকে কৰিছিল কাৰণেই বোধকৰোঁ আমাৰ সন্মুখত তেওঁৰ এনেকুৱা বিৰাট আৰু মহৎ ৰূপটো বাৰে.বাৰে ফুটি উঠিছে।

সৰুকালৰেপৰা শাস্ত্ৰীজীয়ে মহা মহা পুৰুষৰ জীৱনী পঢ়িছিল—তেওঁলোকৰ আৰ্হিৰে নিজৰ জীৱনৰ আদৰ্শৰ ভেটি গঢ়ি তুলিছিল। স্কুলত থাকোঁতে শাস্ত্ৰীজীয়ে যিসকল মহাপুৰুষৰ জীৱনী পঢ়িছিল তাৰ ভিতৰত এজনক তেওঁ কেতিয়াও পাহৰা নাই। তেওঁৰ এটা সূক্তি শাস্ত্ৰীজীয়ে আজীৱন মনত ৰাখিছিল। সেই মহাপুৰুষগৰাকী হ'ল 'গুৰু নানক' আৰু তেওঁৰ সূক্তিটো হ'ল—

"নানক নান্‌হে হৈ ৰহো, জ্যায়চে নান্‌হি ডুব।
অউৰ্‌ৰুক চুক জায়েঙ্গী ডুব খুব কী খুব॥"

অৰ্থাৎ, "হে নানক, ক্ষুদ্ৰ, হৈয়ে থাকা, তৃণ যেনেকুৱা ক্ষুদ্ৰ, ঠিক তেনেকুৱা। অন্যান্য গছ-গছনি মলিন হৈ বা শুকাই গ'লেও তৃণ চিৰদিনেই সেউজীয়া হৈ থাকে।" নানকে এই কথাৰ দ্বাৰা কৈছে যে যদি অমৰত্ব লাভ কৰিব খোজা তেনেহলে তৃণৰ দৰে সৰু হোৱা। অৰ্থাৎ অহঙ্কাৰশূন্য হোৱা, বিনয়ী হোৱা।

গুৰু নানকৰ এই উপদেশ শাস্ত্ৰীজীয়ে নিজ জীৱনত আখৰে আখৰে পালন কৰিছে। তেওঁ যেনেকুৱা অহঙ্কাৰশূন্য আছিল, তেনেকুৱাই বিনয়ী আছিল। ফলত তেওঁ অমৰত্ব লাভ কৰিছে। জগতত মৰিও তেওঁ অমৰ হৈ থাকি গ'ল।

শাস্ত্ৰীজী চিৰদিনেই আদৰ্শৰ পথিক আছিল কাৰণে মানুহৰ অন্তৰত তেওঁৰ স্মৃতি চিৰকালেই অম্লান হৈ থাকিব। সঁচাকৈয়ে শাস্ত্ৰীজী ভাৰত-মাতৃৰ সুসন্তান—'ভাৰতৰ ৰত্ন'।